# বিদ্রোহী অসম

—বা—

## অসমত '৪২ৰ বিপ্লৱৰ ঢৌ।



ইলা বৰুৱা।

যুকলি পঁজা,
নগাওঁ, অসম।
৬ ভাদ, ১৮৬৮

বিয়াল্লিছৰ বিপ্লৱত জীৱন আহুতি
দিওঁতা সকলৰ স্মৃতিত—

ইলা বৰুৱা,
মুকলি-পঁজা,
খাগৰিজান।

**Pandit Jawaharlalji Says :—**

"So far as I know, in all the charges that were brought against the villagers, there was not a single charge of personal violence. They did not indulge in personal vendetta or injury."

"......... We did not defend the actions of the people involved in the disturbances but the normal reaction of an Indian would be to say, "to hell with any one who tries to push us out of the way." Violence or non violence, it is more important for people to show courage than to be kicked and harried about by any individual or authority.

"If the British Govt, again launches an attack on us it will be met and met by every man wherever he is attacked. It may be met by ten or a thousand. Many may take it lying down ; a nation which submits to this kind of treatment is a dead Nation, and I donot want to my people to be a dead people."

## বৃটিছৰ লগত অসমৰ প্ৰথম সংস্পৰ্শ

বৃটিছ শাসনৰ তললৈ অহাৰ আগতে আমাৰ দেশখন শাসন কৰিছিল আহোম বংশীয় ৰজা সকলে। এই বংশৰ লক্ষ্মী সিংহ কোঁৱৰ ৰাজপাটত উঠাৰ পৰাই ৰাজ্যৰ বান্ধ ঢিলা হবলৈ ধৰিলে। ১৭৬৯ খৃষ্টাব্দত ৰাজ্যত মোৱামৰীয়া সকলে বিদ্ৰোহ কৰি উঠে। ঘনশ্যাম বুঢ়াগোহাঁইৰ ৰাজ্যৰ ঘাই মন্ত্ৰী হৈ থকা কালত বিদ্ৰোহে বাৰুকৈ মূৰ তুলিব পৰা নাছিল। কিন্তু তেওঁৰ মৃত্যুৰ পিচত ৰাজ্যত আকৌ মোৱামৰীয়া সকলে বিদ্ৰোহ আৰম্ভ কৰিলে। অৱশেষত তেতিয়াৰ স্বৰ্গদেৱ গৌৰীনাথ সিংহদেৱে ইংৰাজ কোম্পানীৰ সহায় লৈ মোৱা-মৰীয়া সকলক একেবাৰে দমন কৰে আৰু নগৰ আকৌ নিজৰ তললৈ আনে। তেতিয়া আছিল ১৭৯৩ খৃষ্টাব্দ। এই ৰণলৈ ইংৰাজ সকলৰ অধিপতি হৈ আহিছিল কেপ্তেইন ৱেলচ্। মোৱামৰীয়া বিদ্ৰোহেই অসমক সাম্ৰাজ্যবাদী বৃটিছ বণিক কোম্পানী ইষ্ট ইণ্ডিয়া কোম্পানীৰ সংস্পৰ্শলৈ আনিলে। অসম আইৰ পৰাধীনতাৰ পথলৈ অহাৰ যেন ইয়েই প্ৰথম খোজ।

### বৃটিছৰ অধীনলৈ অহাৰ পথত অসম।

মোৱামৰীয়া বিদ্ৰোহ মাৰ যোৱাৰ পিচত অসমৰ ৰাজধানী ৰংপুৰৰ পৰা যোৰহাটলৈ তুলি অনা হয়। ইয়াৰ পিচতেই

স্বৰ্গদেৱ গৌৰীনাথ সিংহ স্বৰ্গী হয়। তেওঁৰ মৃত্যুৰ পিচত এজন একনকৈ কেইবাজনো কোঁৱৰ ৰাজপাটত উঠে। ১৮১১ খৃষ্টাব্দত চন্দ্ৰকান্ত সিংহ ৰাজপাটত উঠে। সেই সময়ত তেওঁৰ বয়স আছিল মুঠেই ১২ বছৰহে। গতিকে ৰাজকাৰ্য্য আদি চলাইছিল ৰাজ্যৰ বুঢ়া-গোহাঁইদেৱ পূৰ্ণানন্দই। এই সময়তে ক্ষমতা লৈ ৰাজ্যৰ বিষয়া সকলৰ মাজত অৰিয়া অৰি হুৰলৈ ধৰিলে। এনেকুৱা গণ্ডগোলৰ মাজতেই বিষয়া বদন চন্দ্ৰ বৰফুকনে মান দেশলৈ গৈ (আজিকালিৰ ব্ৰহ্মদেশ) তেওঁলোকৰ সহায় লৈ অসম দেশ আক্ৰমণ কৰিলে। মানৰ প্ৰথম আক্ৰমণতে আহোম ৰজা পৰাস্ত হ'ল। তেতিয়া ৰজা হ'ল বদনৰ শৰণাগত। মান সকলে আহোম ৰজাৰ লগত মিত্ৰতা কৰি আকৌ দেশলৈ উভতি গ'ল।

বদনৰ প্ৰতিপত্তি বেচি হোৱাত আহোম ৰজাই মান ৰজাৰ সহায় ভিক্ষা কৰিলে। এই চেলুতে মানে দ্বিতীয় বাৰৰ কাৰণে অসম আক্ৰমণ কৰিলে। এই বৰ্ষ হয় ১৮১৯ চনত।

এখন দেশ আক্ৰমণ কৰি দুবাৰকৈ বিজয়ী হ'লে সেই দেশখনৰ কাৰণে কাৰনো লোভ নহব? এই কাৰণে মান ৰজাকে তৃতীয় বাৰৰ কাৰণে অসম আক্ৰমণ কৰে। মান-বিলাকে অসম আক্ৰমণ কৰি ৰাজ্য লুট আদি কৰিবলৈ আৰম্ভ কৰিলে। গাঁও-ভুই গোটেইবিলাক উজাৰ কৰিলে। মানৰ দিনৰ উৎপাতৰ কথা মনত কৰিলে আজিও অসমীয়া

মানুহৰ গাৰ নোম শিঙঁৰি উঠে।

এই অসমীয়া জাতিয়েই এদিন বিপুল-বিক্রমী মোগলৰ ডাঙৰ ডাঙৰ সোতৰটা আক্রমণক ব্যৰ্থ কৰি দিছিল। দেশক স্বাধীন ৰাখিবৰ কাৰণে এই অসমৰে বীৰ লাচিত বৰফুকনে মোমায়েকৰ শিৰো উচ্ছেদ কৰিবলৈ পিচ হোঁহোকা নাছিল। স্বদেশৰ কাৰণে কৰা ত্যাগে আজিও লাচিতক আৰু আগীয়া-ঠেটিৰ বীৰক অসমীয়াৰ মনত অমৰ কৰি ৰাখিছে।

মহা পৰাক্রমী মোগল বাদচাহ আকবৰেও অসম আক্রমণ কৰি পৰাভূত হৈছিল। ভাৰতৰ প্রায় সকলো ৰাজ্যই আকবৰৰ অধীনলৈ আহিছিল। অসমে কিন্তু তেতিয়ালৈকে কাৰো ওচৰত মূৰ দোঁওৱা নাছিল।

এটা জাতিৰ ধ্বংস হয় সেই জাতিৰ বিষয়া সকলৰ ভিতৰত খিয়লা খিয়লি লৈ সূত্রপাত হোৱা গৃহযুদ্ধৰ পৰা। আহোম ৰাজ্যও ঠিক এনেকৈয়ে ধ্বংসৰ পথলৈ আহিল। ৰাজ্যৰ বিষয়া বদন বৰফুকনক আজি এই শ বছৰৰ পিচতো অসমীয়া মানুহে দেশদ্রোহী খ্যাতিয়েই দিছে। অসমীয়া গাঁৱলীয়া জীৱনৰ অজানা ফকিৰৰ গীততো অসমীয়া মানুহৰ বদনৰ প্রতি বিদ্বেষৰ ভাব ফুটি ওলায়:—

" কিয়নো আনিলি মান ঐ বদন তই
কিয়নো আনিলি মান
ৰাউতি বুলি খিয়াতি ৰাখিলি
কটালি অসমৰ কাণ।"

"সোণৰ অসমতে ডকাইত মেলি দিলা,
নন্দনত মেলিলি হাতী
শোৱনি ঘৰতে ফেটী গোম এৰিলি
ভৰ দুপৰীয়া ঐ ৰাতি !" ইত্যাদি কথায়েই

তাৰ চিনাকী।

ইয়াৰ পিচতে মান বিলাকে কাচাৰ ৰাজ্যও আক্ৰমণ কৰে। কাছাৰৰ ৰজাই বৃটিছৰ সহায় ভিক্ষা কৰে। বৃটিছে মান বিলাকক কাছাৰ ৰাজ্য আক্ৰমণ কৰিবলৈ হাক দিয়ে। কিন্তু মানবিলাকে সেই কথালৈ কাণ নিদিলে। তেতিয়া বৃটিছ গবৰ্ণৰ জেনেৰেল লৰ্ড আমহাৰ্ষ্টে মানৰ লগত ৰণ কৰিবলৈকে থিৰ কৰিলে। সেই উদ্দেশ্যে তেওঁ ১৮২৪ খৃষ্টাব্দত স্কট আৰু মেক মৰিণৰ তলত দু'দল বৃটিশ সৈন্য মান বিলাকৰ লগত যুঁজিবৰ কাৰণে পঠালে। কাছাৰ ৰাজ্যত বৃটিছৰ লগত মান বিলাক হাৰিল আৰু পলাই অসম পালেহি। বৃটিছে তেওঁলোকক খেদি আনিলে আৰু ইপিনে অসমীয়াইয়ো তেওঁলোকক আগছি ধৰিলে। এই যুঁজতে মানবিলাক হাৰিল। বৃটিছৰো খাৰ বাৰুদ শেষ হৈ আহিবলৈ ধৰিছিল কাৰণে তেওঁলোকেও সন্ধিৰ প্ৰস্তাৱ কৰিলে। এই সন্ধিৰ নাম ইয়াণ্ডাবু সন্ধি। ইয়াণ্ডাবু সন্ধিৰ লগে লগে অসমৰ ছশ বছৰীয়া আহোম ৰাজত্বৰো অন্ত পৰিল। ১৮২৬ খৃষ্টাব্দৰ ২৪ ফেব্ৰুৱাৰী তাৰিখে বৃটিছৰ লগত ব্ৰহ্ম ৰজাৰ সন্ধি হয়। এই সন্ধিমতেই বৃটিছে বৰ্ম্মা ৰজাৰ ৰাজ্য মাৰ্তাবান, টেনাচেৰিম, আৰাকান

আদিৰ লগতে অসম দেশো তেওঁলোকৰ অধীনলৈ আনিলে। সেই দিনাৰ পৰাই বৃটিছ সাম্ৰাজ্যবাদৰ গুৰু শিকলি আমাৰ ডিঙিত ওলমি পৰিল।

———*———

# বিপ্লব।

অসম বৃটিছৰ অধীনলৈ যোৱাৰ চাবিবছৰ মানৰ পিচতেই অসমত বিপ্লৱ আৰম্ভ হয়। এই চাবিবছৰতেই অসমে বৃটিছ সাম্রাজ্যবাদৰ চেপা হাড়ে হাড়ে অনুভৱ কৰিছিল। ১৮৫৭ খৃষ্টাব্দত ডিব্রুগড়ত থকা বৃটিশ ৰেজিমেণ্টৰ চিপাহী বিলাক কিবা কাৰণত অকস্মাতে জকি উঠে। তাৰ পিচত সিহঁতে বৃটিছৰ অধীনৰ নামৰূপীয়া ৰজাৰ লগত যোগ দিবলৈ ওলায়। ইয়াৰ সম্ভেদ লোৱাত জনা গ'ল যে সেই সময়ত চিপাহী হঁতে চাহাবাদৰ পৰা গুপুত পত্র এখন পাইছিল। তাত নামৰূপীয়া ৰজাৰ দেৱান মনিৰাম বৰুৱাৰ নামো উল্লেখ কৰা হৈছিল। সেই সময়ত মনিৰাম দেৱান কলিকতাত আছিল গৈ। সিবিলাকৰ ওপৰত সন্দেহ হোৱাৰ উপৰিও সিবিলাক বিদ্রোহ ঘটোৱাৰ কাৰবাৰত থকাৰ প্রমাণ পোৱা যায়। সেই কাৰণে ইকালে নামৰূপীয়া ৰজাক বন্দী কৰাই, মনিৰাম দেৱানকো ধৰাই যোৰহাটলৈ অনা হয়। যোৰহাটত মনিৰামৰ বিচাৰ হয়। বিচাৰত মনিৰামৰ ফাঁচিৰ হুকুম হয়। কিন্তু মনিৰামে কলিকতালৈ আপিল কৰিলে। আপিলত ফাঁচিৰ হুকুম নাকচ হৈ আহিল। কিন্তু সেই সময়ত যোৰহাটত থকা বৃটিছ কর্ম্মচাৰী সকলে মিলি সেই "নাকচ-পত্র" লুকুৱাই থৈ মনিৰামক যোৰহাটত ফাঁচি দিয়ায়। মনিৰামৰ ফাঁচিৰ পিচতহে তেওঁ-

লোকে সেই 'নাকচ পত্ৰ' খন উলিয়াই দেখুৱায়। মনিৰামৰ ফাঁচিৰ প্ৰায় নব্বৈ বছৰৰ ভিতৰতে হোৱা যোৱা আগষ্টৰ বিপ্লৱতো এজন বিপ্লৱী দেশ প্ৰেমিকৰ যোৰহাটতে 'ফাঁচি' হয়। তেওঁৰ নাম ৺কুশল কোঁৱৰ। তেওঁলোক দুয়োৰে দোষ হৈছে স্বদেশ প্ৰেম। মনিৰাম বৰুৱা এজন প্ৰতাপী লোক আছিল। তেওঁৰ দেশ প্ৰেমো আছিল অতুলনীয়। মনিৰাম দেৱানৰ ফাঁচি অসম বুৰঞ্জীৰ এটি সোঁৱৰণীয় ঘটনা।



# সাম্ৰাজ্যবাদৰ নিষ্পেষণ।

আফুখেতি অসমীয়া খেতিয়কৰ এটি প্ৰধান উপাৰ্জ্জনৰ পথ। বৃটিছ সাম্ৰাজ্যবাদে দুখীয়া খেতিয়কৰ এই সামান্য সুখ সুবিধা খিনি কাঢ়ি লবৰ কাৰণে ১৮৬০ খৃষ্টাব্দত 'আফু-খেতি-ৰহিত আইন' প্ৰনয়ণ কৰিলে। ইয়াৰ দ্বাৰায় গবৰ্ণমেণ্টে আফু-খেতি কৰিবৰ ক্ষমতা ৰাইজৰ হাতৰ পৰা কাঢ়ি নিজৰ হাতলৈ নিলে। এই খেতিৰ পৰা গবৰ্ণমেণ্টৰ বিস্তৰ লাভ হবলৈ ধৰিলে। ইয়াকে লৈ নগাঁৱৰ ফুলগুড়িৰ ৰাইজ জঁকি উঠিল। আৰু বৃটিছ সাম্ৰাজ্যবাদ ধ্বংস কৰিবলৈ দৃঢ়-প্ৰতিপন্ন হ'ল। এনেকৈয়ে অসমত আৰু এটি বিপ্লৱৰ ঢৌ বাগৰি গ'ল। কিন্তু সাম্ৰাজ্যবাদী গবৰ্ণমেণ্টৰ নিষ্ঠুৰ উৎপীৰণত বিদ্ৰোহে শাম কাটিলে। সাম্ৰাজ্যবাদৰ নৃশংসতাত জনতাৰ বুকুৰ তেজ মাটিৰ লগত মিলি গ'ল।

ভাৰতৰ ঐক্যৰ লগত অসমে সদায়েই খোজ মিলাই আহিছে। মহাভাৰতৰ দিনত ৰজা ভগদত্তই যেনেকৈ ভাৰতৰ লগত অসমৰ সম্বন্ধ অটুট ৰাখিছিল, তেনেকৈ ভাৰতৰ স্বাধীনতাৰ যুদ্ধতো চিপাহী বিদ্ৰোহৰ নিচিনা ঘটনাত অসম পিছপৰি থকা নাছিল।

# কুৰি শতিকাৰ চিৰস্মৰণীয় বিপ্লৱ।

## —আগষ্ট আন্দোলনত অসম—

১৯৪২ চনৰ আগষ্ট মাহৰ বিপ্লৱেই হৈছে বিদেশী শাসনৰ বিৰুদ্ধে জনতাৰ প্ৰকৃত যুদ্ধ। ইয়েই সাম্ৰাজ্যবাদৰ বিৰুদ্ধে স্বাভা'ৱক বিদ্ৰোহ। প্ৰিন্সিপাল হেমবৰুৱাই এই বিপ্লৱক ফৰাচী বিপ্লৱৰ লগতে তুলনা কৰিছে। ১৮৫৭ চনত হোৱা চিপাহী বিদ্ৰোহৰ পিচত ভাৰতত আগষ্ট আন্দোলনেইহে জনতাৰ প্ৰকৃত বিদ্ৰোহ। আগষ্ট বিপ্লৱৰ দৰে স্বাভাৱিক আৰু উচ্ছ্বাসময় বিদ্ৰোহ আৰু আমাৰ দেশত আগেয়ে হোৱা নাছিল। আগষ্ট বিপ্লৱত প্ৰকাশ পাইছিল বুকুৰ কেঁচা তেজেৰে বাওলী হোৱা বীৰ-বীৰাঙ্গনাৰ জাতীয় প্ৰেমৰ নিদৰ্শন।

## —জাগৰণ—

বিয়াল্লিছৰ আগষ্ট মাহত বহিছিল নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ অধিবেশন। এই অধিবেশনৰ ওপৰতেই সাধাৰণৰ আশাৰ চকু নিবদ্ধ আছিল। দেশৰ ঘটনাৱলী আৰু অৱস্থাই এটি প্ৰকৃত জাতীয় চৰকাৰ প্ৰতিষ্ঠাৰ দাবী বিদ্ৰোহৰ যোগেদি হলেও জনাবলৈ জনসাধাৰণক বাধ্য কৰিলে।

দেশৰ জনতাৰ দাবীয়ে সকলো প্ৰতিবোধ শক্তিক বিদেশী আক্ৰমণৰ বিৰুদ্ধে সঙ্ঘবদ্ধভাৱে থিয় কৰিবলৈ সক্ষম হব পাৰিছিল। বাৰে বাৰে এবাই যোৱা আৰু ভঙ্গপ্ৰতিজ্ঞাৰে বুটিছে ভাৰতবাসীক ক্ষুব্ধ কৰি তুলিছিল। বোম্বাই নগৰীত গান্ধী, আজাদ, নেহেৰু আদি নেতা সকলৰ গ্ৰেপ্তাৰে জনতাক আৰু মৰীয়া কৰি তুলিছিল।

অসমতো বোম্বাই নগৰীৰ দৰে ৯ আগষ্টৰ দিনা কংগ্ৰেছৰ সভাপতি মৌলানা তৈয়বুল্লা, ফকৰুদ্দিন আলি আহম্মদ, বিষ্ণুৰাম মেধী আৰু দেবেশ্বৰ শৰ্ম্মা আদিক গ্ৰেপ্তাৰ কৰা হয়। শ্ৰীযুত বৰদলৈ আৰু শ্ৰীযুত সিদ্ধি শৰ্ম্মাক নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ অধিবেশনৰ পৰা ঘূৰি আহোঁতে বাটতে ধুবুৰীত গ্ৰেপ্তাৰ কৰা হয়। কংগ্ৰেছৰ লগত কোনো প্ৰকাৰে সংস্পৰ্শ থকা সকলোকেই প্ৰায় গ্ৰেপ্তাৰ কৰা হয়। গোটেই দেশজুৰি গ্ৰেপ্তাৰ আৰু ধৰ-পাকৰৰ আন্দোলনহে যেন আৰম্ভ হল। সেই সময়ত যুদ্ধ চলি আছিল। এনেকুৱা এটি সময়ত দেশৰ জন সাধাৰণৰ দেশৰ নেতা সকলৰ বিশেষ ভাৱে প্ৰয়োজন আছিল। কিন্তু সাম্ৰাজ্যবাদী গৱৰ্ণমেণ্টে বাইজৰ এই দুৰ্ব্বলতাৰ সুযোগ পূৰাবকমে কামত নিয়োগ কৰিবৰ কাৰণেই নেতা সকলক এনেকুৱা এটি মুহূৰ্ত্তত গ্ৰেপ্তাৰ কৰায়। দেশৰ চহৰীয়া গাৱঁলীয়া সকলো ৰাইজেই সাম্ৰাজ্য বাদৰ নিষ্পেষণৰ যন্ত্ৰ অস্ত্ৰ পেলাবলৈ সাহস আৰু বিশ্বাসেৰে ঐক্যবদ্ধ ভাৱে আগ বাঢ়ৰ। "মৃত্যু কিম্বা জয়

মন্ত্ৰেৰে দীক্ষিত হৈ দেশৰ জনসাধাৰণে বিপ্লৱৰ শিক্ষা দেশ জুৰি জ্বলাই দিলে। বৃটিছ শাসন-যন্ত্ৰ একেবাৰে নষ্ট কৰি দি এটি জাতীয় গৱৰ্ণমেণ্ট প্ৰতিষ্ঠা কৰাৰ উদ্দেশ্যই জনতাক অনুপ্ৰেৰণা যোগাইছিল। জনতাই কৰা বেছিভাগ আক্ৰমণ শান্তিপূৰ্ণ আৰু অহিংস ভাৱে পৰিচালিত হৈছিল। আইন আৰু শৃঙ্খলাৰ ৰক্ষক সকলে লাঠি আৰু বেয়নেটৰে এই শান্তিপূৰ্ণ অভিযানৰ প্ৰতিশোধ লৈছিল। কিন্তু সাম্ৰাজ্য-বাদৰ অসীম মাৰণ শক্তিৰ মাজতো মানুহৰ হিয়াৰ মূৰ্ত্ত আকাঙ্ক্ষা চিৰকাল দীপ্ত হৈ থাকিব। মহাত্মা গান্ধীয়ে ইংৰাজ ৰাজপ্ৰতিনিধিলৈ লিখা এষাৰ কথা আজিও ভাৰতবাসীৰ মনত বাজি আছে — "স্বাধীনতা যুদ্ধ এবাৰ আৰম্ভ হ'লে ই চিৰকাল চলি থাকিব। তেজৰে বাণ্ডলী পিতাৰপৰা পুত্ৰলৈ এই স্বাধীনতাৰ ৰণ হস্তান্তৰিত হয়।"

# পাশৱিকতাৰ একাংশ—

অইন ঠাইৰ দৰে অসমতো এই বিপ্লৱৰ সময়ত পুলিচ বাহিনীয়ে অশেষ ক্ষমতা লাভ কৰে। এই বিলাক ক্ষমতাৰ সুবিধা পাইয়েই পুলিচে অসমৰ জনসাধাৰণক সকলো প্ৰকাৰে অবৰ্ণনীয় কষ্ট দিছিল। অসম ব্যৱস্থাপক সভাৰ কংগ্ৰেছৰ সদস্য সকলক জেলত আটক কৰি ৰখা হৈছিল। ইয়াৰ সুবিধা লৈ চাৰ ছাদুল্লাই ২৫ আগষ্ট তাং অসমত মুছলিম লীগ গৱৰ্ণমেণ্ট স্থাপন কৰিলে। অসমৰ আন্দোলন সকলো প্ৰকাৰে দমন কৰিবলৈ এজন লীগ মন্ত্ৰীয়ে পুলিচবোৰক উদগনি দিছিল। নতুন উদ্যম আৰু উৎসাহেৰে পুলিছবিলাকো দমন কাৰ্য্যত নিমগ্ন হ'ল। পুলিচৰ এই ৰক্তপাতৰ কাহিনী বুৰঞ্জীৰ এটি ঘিণলগা অধ্যায়। ইয়াৰ বাহিৰেও ১৯৪৩ চনৰ ২৪ ফেব্ৰুৱাৰী তাৰিখে যোৰহাট জেইলত ৰাজনৈতিক বন্দী সকলক নিষ্ঠুৰভাৱে লাঠিৰে টঙনিয়াই ১৮১ জনক নিষ্ঠুৰভাৱে আঘাত কৰাটো সঁচায়ে ভাবিব নোৱাৰা অমানুষিকতা।

পুলিচ আৰু মিলিটেৰীৰ নিৰস্ত্ৰ মানুহৰ ওপৰত কৰা অমানুষিক অত্যাচাৰ আৰু অন্যায় ভাবে পায়কাৰী জৰিমনা বহুৱাই পাশৱিক ভাবে আদায় কৰা আদিয়ে নিৰস্ত্ৰ আৰু অহিংসবাদী জনতাক প্ৰায় উত্তেজিত কৰি তুলিছিল। অসম দেশখনেই যেন বৃটিছ শাসনৰ বিৰুদ্ধে অতিষ্ঠ হৈ উঠিছিল।

৪২ ৰ বিপ্লৱৰ চৌ

"বৃটিছৰ ভাৰতক তলতীয়া কৰি ৰাখিবৰ কোনো নৈতিক অধিকাৰ নাই"— জনতাৰ মনৰ এই ভাৱটো এই নিষ্পেষণ বিলাকে যেন আৰু দৃঢ়হে কৰি তুলিছিল।



# কামৰূপৰ

## —বিপ্লৱৰ এভাগ—

### অসমীয়াৰ কৃতিত্ব আৰু বীৰত্ব—

পাটাচাৰ কুচি পুলিচ ষ্টেচনৰ অন্তৰ্গত জালাহ বুলি নিচেই অকণি গাওঁখনি। ১৫ চেপ্তেম্বৰৰ দিনা গাঁৱৰ ৰাইজে এখনি সভা পাতিলে। সভাত থানাৰ বৰ-দাৰোগাও উপস্থিত আছিল। বৰ-দাৰোগাই সভা ভঙাৰ আদেশ দিলে। জোৰ-জুলুমৰ মাজেদি তেওঁ সভাভঙ্গ কৰাত কৃতকাৰ্য্য হ'ল। থানালৈ উভতি আহোঁতে বৰ-দাৰোগাই সভাৰ পৰা উভটি অহা কেইজনমান গঞাঁক বাটতে জিৰণি লৈ থকা পালে। মানুহ কেইজনক ভগা-ভগি কৰি যাবলৈ আদেশ দিলে। গঞাঁকেইজন সেই কথাত মান্তি হ'ব নোৱাৰিলে— কাৰণ তেওঁলোকেতো তাত সভা পতা নাই— জিৰণিহে লৈছে। দাৰোগা বাবুৱে তেওঁৰ আদেশ অমান্তি হোৱাত ধৈৰ্য্যচ্যুতি হেৰুৱালে। ততালিকে তেওঁ গুলি চলাবলৈ ধৰিলে— দুজন যুৱক বাগৰি পৰিল। তাৰে এজন পজাকি হাইস্কুলৰ সপ্তম মান শ্ৰেণীৰ ছাত্ৰ শ্ৰীমান মদন চন্দ্ৰ বৰ্ম্মন আৰু ইজন মদৰী

গাৱঁৰ ধাউত ৰাম দাস। দাৰোগা বাবু ইয়াৰ পৰা উভতি যাঁওতে বাটতে আৰু কেইজন মানক পাই গুলী চলাবলৈ ধৰিলে। দাৰোগা বাবুৰ গুলীত কেইজনমান হ'ল আহত। মুক্তি-কামী জনতাক সাম্ৰাজ্যবাদৰ নিস্পেষণে নিষ্প্ৰভ কৰিবৰ কাৰণে কৰা চেষ্টাৰ ই্য়ে এটি নিদৰ্শন।

# বিপ্লৱ কাহিনীৰ এছোৱা।

## দৰং জিলা—

### ঢেঁকিয়াজুলি :—

তেজপুৰৰ পৰা ২২ মাইল পশ্চিমে অৱস্থিত ঠাই খন ঢেঁকিয়াজুলি। অসমীয়া হোজা সকলৰ পুৰণি চাহ-বাগিছাৰ বনুৱা, ট্ৰাইবেল আদিৰ বসতিৰ এই খনেই প্ৰধান ঠাই। ১৯৪২ চনত ২০ চেপ্তেম্বৰৰ দিনা এই অঞ্চলৰ প্ৰায় দহ হেজাৰ মান মানুহ গোটখাই ঢেকিয়াজুলি থানাৰ ওপৰত জাতীয় পতাকা উত্তোলন কৰিবলৈ যায়। থানাৰ দাৰোগাই আগতেই ইয়াৰ খবৰ পাই ওচৰ চুবুৰীয়া মুচলমান পমুৱা কিছুমান মাতি আনি জনতাৰ ওপৰত পোতক তুলিবলৈ সাজু কৰি থয়। তাৰো উপৰিও ৰণ-বাহিনীৰ গোড়া চিপাহীও সাজু আছিল। মুক্তিৰণৰ বনুৱাৰে থানাৰ সন্মুখত ৰিৰ দি বাট নেপোৱা হল। তেনেকুৱাতে গুলি চলোৱা আৰম্ভ হয়। অকল গুলি চলায়েই সাম্ৰাজ্যবাদৰ ৰক্ষক সকল ক্ষান্ত নহল। আতঙ্কিত জনতাৰ পিচে পিচে খেদি গৈও গুলি চলাবলৈ ধৰিলে। ক'ৰ মানুহ কলৈ গল তাৰ উৱাদিহ পোৱা নগল। চৰকাৰৰ ঘৰৰ হিচাব মতে ২০ জন নিহত বুলি ঘোষিত হ'ল। নিহত সকলৰ

মাজতে আছিল থুলেশ্বৰী নামেৰে ১২ বছৰীয়া ছোৱালী এজনী। এই সহত সকলৰ ভিতৰতে এগৰাকী আছিল গৰ্ভাৱতী তিৰোতা। ৰণ বাহিনীৰ সেনানায়কে এইবিলাকতে শান্ত নহৈ ডাক্তৰ খানাৰ ভিতৰতো চিকাৰ বিচাৰি ফুৰিছিল। আনকি এজন ৰোগীক গুলি কৰি মাৰিবৰ কাৰণে সেনানায়কে বন্দুকো টোঁৱাইছিল। ভাগ্যক্ৰমে ডাক্তৰৰ মধ্যস্থতাত যেনিবা ৰোগীৰ প্ৰাণটো বাচিল। এনে অত্যাচাৰ আৰু নৃশংসতাৰ মাজতো দৃঢ়-সংকল্পত জনতা অলপো বিচলিত নহল। তেওঁলোকে নিজৰ উদ্দেশ্য সফল কৰিহে এৰিলে। এজন ডেকাই থানাৰ ওপৰত জাতীয় পাতাকা উত্তোলন কৰিলে। অৱশ্যে জাতীয় পতাকা তোলাৰ লগে লগে তেওঁৰ দেহ ধূলিত লুণ্ঠিত হ'ল।

ঘটনাৰ বাতৰি পাই সেইদিনা তেজপুৰত এখনি প্ৰতিবাদ সভা আহ্বান কৰা হয়। কিন্তু এই প্ৰতিবাদ সভাৰ ওপৰতো পুলিচে লাঠি চলায়। শ শ লোক ঘাইল হৈ সভা বহা পঠাৰতে বৰ লগীয়া হয়।

## গহপুৰ :—

দৰং জিলাৰ এচুকত গহপুৰ ঠাইখন। তাৰেই এচুকত বৃটিছ সাম্ৰাজ্যবাদৰ এই পুলিচ থানাখন। ৪২ চনৰ

২০ চেপ্তেম্বৰৰ দিনা স্বাধীনতা প্ৰয়াসী জনসাধাৰণে সাম্ৰাজ্য বাদৰ এই চিনটো উঠাই পেলাবলৈকে থিৰ কৰিলে। অহিংস মন্ত্ৰেৰে দীক্ষিত অগনিত নৰ-নাৰী সমদলেৰে গাঁৱৰ এই কলঙ্কটো উঠাই পেলাবলৈ আগবাঢ়ি আহিল। এই সমদলৰ আগত আছিল বৰঙ্গাবাৰী গাঁৱৰ ১৩ বছৰীয়া গাভৰু কনকলতা। সমদলৰ আগত অহা কনকলতাক থানাৰ দাৰোগাই থানাৰ সীমালৈ সোমাবলৈ মানা কৰিছিল আৰু ইয়াৰ অন্যথা কৰিলে প্ৰাণ হানিবো যে ভয় আছে তাকো বুজাই কৈছিল। "মই মোৰ কৰ্ত্তব্য কৰিবই লাগিব — তুমি তোমাৰ কৰ্ত্তব্য কৰি যোৱা" বুলি কনকলতাই নিৰ্ভীকভাৱে উত্তৰ দিলে। বন্দুকৰ গুলীত বীৰাঙ্গনা কনকলতাৰ দেহ ধূলিত বাগৰি পৰিল। কনকলতাক সহায় কৰিবৰ কাৰণে — আগবাঢ়ি আহিল মুকুন্দ কাকতি। বন্দুকৰ গুলীয়ে মুকুন্দকো ধূলিত বগৰাই পেলালে; কিন্তু স্বাধীনতাকামী জনতা ইয়াতো ক্ষান্ত নহল। তেওঁলোকৰ কেইজনমানে আগবাঢ়ি গৈ থানাৰ ওপৰত জাতীয় পতাকা তুলিলে।

## গোৱালপাৰাৰ ছাত্ৰ—

আগষ্টৰ পোন্ধৰ তাৰিখৰ দিনা গোৱালপাৰাৰ ছাত্ৰসকলে নেতৃসকলৰ গ্ৰেপ্তাৰ কৰাৰ প্ৰতিবাদ কৰি এখনি শোভাযাত্ৰা



৺লক্ষী হাজৰীকা, ৺ঠগী সুত, ৺বলোৰাম সুত

উলিয়াই সাম্রাজ্যবাদী গৱৰ্ণমেণ্টৰ পুৰণি গোলাম পুলিচ চাহাব আৰু এস, ডি, অ' জনে অহিংসভাৱে চলোৱা ছাত্রসকলৰ এই সমদলৰ ওপৰত লাঠি সঙ্গীন আদিৰে আক্রমন চলায়। এই আক্রমনৰ ফলত ন জন হয় ঘাইল আৰু অইন চাৰিজনক ১৪৪ ধাৰা অনুসৰি গ্রেপ্তাৰ কৰি নিয়ে।

# বিপ্লৱৰ আৰু এছোৰা।

## নগাওঁ জিলা—

(নগাওঁৰ চমু বুৰঞ্জী)

ইয়াৰ প্রাচীন নাম খাগৰিজান। আহোম ৰজাৰ বিষয়া মোমাই তামুলীয়ে ইয়াত বহুতো শিল্পী আনি বসতি কৰিবলৈ দি নতুনকৈ এখন গাওঁ পাতে। এই কাৰণেই ইয়াৰ নাম নগাওঁ হয়। অতি প্রাচীন কালত (খৃঃ পূঃ উনৈশ শতিকা) এই ঠাইৰ নাম আছিল ত্রিবেন ৰাজ্য। ব্রহ্ম পুত্র কপিলী আৰু যমুনাৰ সঙ্গমস্থান বুলি ত্রিপুৰা সকলে এই নাম দিছিল। নবম শতিকাত এটা অংশ কলঙ্গা বিষয় ( বিষয়= জিলা বা

ডিভিজন ) বুলি তামৰ ফলিত উল্লেখ আছে। খৃষ্টাব্দৰ চতুর্থ শতিকাত ইয়াৰ ডবাক ৰাজ্য প্ৰখ্যাত আছিল। গোটেই অসমৰ ভিতৰত বুৰঞ্জী বিখ্যাত অতি প্ৰাচীন এখন ঠাইৰ নাম নগাওঁ ৰখা অদৃষ্টৰ পৰিহাস। ]

অসমত বিয়াল্লিচৰ বিদ্ৰোহৰ কেন্দ্ৰ আছিল নগাওঁ জিলা। নগাঁৱৰ বিপ্লৱী বাইজ অতি সুন্দৰ ভাৱে সংগঠিত হৈছিল। একেবাৰেই ভিতৰুৱা অঞ্চলৰ গাওঁবিলাকতো বিপ্লৱৰ বাণী প্ৰচাৰিত হৈছিল। গাঁৱে গাঁৱে শান্তি সেনাদল গঠিত হৈছিল। এই শান্তি সেনাদলেই বিপ্লৱৰ আগ-ৰণুৱা আছিল। তেওঁলোকৰ পিচ হৈছিল আবাল বৃদ্ধ-বনিতা অগনিত নৰ-নাৰীয়ে। চৰকাৰৰ অমানুষিকতা আৰম্ভ হ'ল। চাৰিওফালে আৰম্ভ হ'ল — অত্যাচাৰ, উৎপীড়ন আৰু অৰাজকতা।

## বেবেজিয়া :—

আগষ্টৰ কুৰি তাৰিখৰ কথা। আগদিনা ৰাতি চৰকাৰৰ দমন-যন্ত্ৰ অচল কৰিবৰ অভিপ্ৰায়েৰে কোনোবা বিপ্লৱী যুৱকে বেবেজিয়াৰ ট্ৰাঙ্কৰোডৰ দলংখন ভাঙি পেলায়। ইয়াকে ছল লৈ পিচ দিনাই সশস্ত্ৰ বাহিনীয়ে আক্ৰমণ কৰি পাশৱিক অত্যাচাৰ কৰে। তাৰপিচত লৰা- ছোৱালী, ডেকা-বুঢ়া, মতা-তিৰোতা

নির্ব্বিশেষে প্ৰায় ৪০০ মান মানুহ গৰুৰ পাল খেদাদি টাউনৰ ফালে খেদি নিয়ে। ইয়াৰ মাজতে মুঠেই তিনি দিন আগতে প্ৰসৱ হোৱা এগৰাকী বোৱাৰীও আছিল। জলন্ত ৰক্তস্ৰাৱেও অত্যাচাৰীৰ অত্যাচাৰ কম কৰিব পৰা নাছিল। সেই দিনাই দলংখন মেৰামতি কৰা হৈছিল। কিন্তু দলঙৰ তলত বৈ গ'ল কেইজনমান বগুৰা চিপাহী— চল চাই প্ৰতিশোধ লবলৈ। বেবেজিয়া গাৱঁৰ কাহিনী চাৰিউফালে বিয়পি পৰিল। ওচৰ পাঁজৰৰ গঞা'সকলে আচল সহানুভূতি আৰু সহায়ৰ কাৰণে আৱশ্যকীয় কাম কৰি ৰাইজ ঘৰলৈ উলটিল। ঘৰমুৱা এটি দলে সেই দলঙৰ ওপৰত ভৰি দি'দছেগৈহে মাথোন এনেতে হঠাতে তলৰ পৰা কেইবা বাৰো গুলি বৰষিবলৈ ধৰিলে। ৺কলাই কোছ আৰু ৺হেম ৰাম গড়া আলিত বাগৰি পৰিল। তেওঁলোকৰ বুকুৰ তেজেৰে বেবেজিয়াৰ পকী আলি ৰাঙলী হৈ পৰিল।

## জোঙালবলহু গড়ঃ—

বুৰঞ্জী বিখ্যাত জোঙাল বলহু গড়তো বিয়াল্লিছৰ গণ-বিপ্লৱে ছুটি কেঁচা তেজৰ ধাৰ এৰি গ'ল। বিপ্লৱী ৰাইজে যোগাযোগৰ পথ বিছিন্ন কৰি বৃটিছৰ দমন নীতিৰ ওৰ পেলাবলৈ এই গড়ৰ ওচৰত থকা ট্ৰাঙ্কৰোডৰ দলংখন ভাঙি

পেলাবৰ চেষ্টা কৰে। দলং ভঙা কাম শেষ নৌ হওঁতেই সামৰিক চিপাহী লৰী এখন লৈ সেইখিনি পালেহি। বৃটিছ বাহিনীৰ আগতো বাইজে স্থিৰ ভাবেৰেই নিজৰ কাম কৰি থাকে। তেনেতেই লৰীৰ পৰা গুলী বৰষিবলৈ ধৰিলে। নিৰস্ত্ৰ জনতা গুলীৰ আগত থান-থিত নাইকীয়া হ'ল। মাথোঁ চিৰদিনলৈ খিয়াতি ৰাখিবলৈ বৈ গ'ল দুজন বীৰ-ডেকা ধূলি লুণ্ঠিত হৈ—৺গুণাভি বৰদলৈ আৰু ৺হেমৰাম পাতৰ।

## মুক্তি-যুদ্ধৰ বীৰ তিলক ডেকা—

নিশা সমৰ বাহিনীৰ সৈনিক বিলাকে গাৱঁত সোমাই অত্যাচাৰ উৎপীড়ন কৰাটো নগাওঁ জিলাত এটা অতি সাধাৰণ দৈনন্দিন ঘটনাৰ দৰে হৈছিল। কংগ্ৰেছৰ দ্বাৰাই সংগঠিত শান্তি সেনাই ৰাতি গাৱঁৰ পহৰা দিয়াৰ দিহা কৰিলে। কোনো বিপদ দেখিলেই বিপদৰ সঙ্কেট শিঙা বজোৱাৰো দিহা কৰিলে। শান্তি সেনা সকলৰ ওপৰতেই গাৱঁৰ শান্তি ৰক্ষাৰ ভাৰ প'ৰিল। সেইদিনা বাৰপুজীয়া গাৱঁৰ শান্তি ৰক্ষাৰ ভাৰ তিলক ডেকা আৰু তেওঁৰ সহকৰ্ম্মী সকলৰ ওপৰত আছিল। বগা অধিনায়কৰ তলত এদল চিপাহীয়ে চুপি চুপি আহি তিলকৰ কাষ চাপিল। বগা নায়কে তিলকক শিঙা নবজাবলৈ আদেশ দিলে। তেওঁৰ

আদেশ অমান্য কৰিলে যে প্ৰাণহানিৰ সম্ভাৱনা আছে তাকো বুজাই ক'লে। মুক্তিৰণৰ বন্ধুৱা তিলক অলপো বিচলিত নহ'ল —"গাওঁ ৰক্ষাৰ ভাৰ মোৰ ওপৰত—মোৰ কৰ্ত্তব্য মই কৰিবই লাগিব" বুলি সামৰিক বাহিনীক তিলকে উত্তৰ দিলে। মৃত্যু কিম্বা জয় মন্ত্ৰেৰে দীক্ষিত তিলকে নিজৰ কৰ্ত্তব্য সুঁৱৰি শিঙা বজালে। নিচেই কাষৰে পৰা এৰা গুলীৰ কোবত তিলকৰ মূৰৰ খোলা উফৰি পৰিল। শিঙা আৰু পিষ্টলৰ শব্দে গোটেই গাওঁকে সজাগ কৰি তুলিলে। গাওঁৰ ডেকা-বুঢ়া সকলোৱেই ততালিকে ঘটনাস্থলৰ ফালে আগ বাঢ়ি গ'ল। দস্যুদলে ৰাইজৰ ওপৰত গুলী চলাবলৈ আৰম্ভ কৰিলে। পাঁচজন তেতিয়াই ঘাইল হ'ল। বন্দুকৰ গুলী আওকাণ কৰি ৰাইজে তেওঁলোকৰ আদৰৰ বীৰ তিলক ডেকাৰ শৱদেহ তুলি আনি অতি সযত্নেৰে সৎকাৰ কৰিলে। পিচদিনা বাতিপুৱাই বাৰপুজীয়া গাওঁৰ তিনিশ মান লোকক গ্ৰেপ্তাৰ কৰা হয়।

## বহা হাই স্কুল:—

বহা হাইস্কুলৰ ছাত্ৰ সকলে স্কুল এৰি দেশৰ বিপ্লৱ প্ৰচণ্ড কৰি হাতে কামে লাগি গৈছিল। শিক্ষক-সকল সেই সময়ত উদং স্কুল ঘৰত অকলে বহি আছিল। স্কুল ঘৰৰ

ওপৰত বহু বছৰ ধৰি উৰি থকা জাতীয় পতাকা তেতিয়াও উৰি আছিল। ঘটনাক্ৰমে সেই পতাকাখন সেই বাটেদি যোৱা বগা সেনানায়কৰ চকুত পৰিল। তেওঁ ততালিকে সেই পতাকা স্কুল ঘৰৰ চাল বগাই শিক্ষক সকলক নমাই আনিবলৈ হুকুম দিলে। শিক্ষক সকলে এনেকুৱা এটা ঘৃনণীয় কাম কৰিবলৈ অস্বীকাৰ কৰিলে। এই কাৰণেই শিক্ষক সকলক বগা নায়কে বেত্ৰেৰে কোবাবলৈ আৰু বুটেৰে গুৰিয়াবলৈ ধৰিলে।

বৰহমপুৰঃ— [আচল নাম ব্ৰহ্মপুৰ— (ব্ৰহ্ম=বৰম=বৰহম)।

বৰাহী ৰজা বীৰহামৰ নগৰ। ব্ৰহ্ম তেজপুৰ বৰ্ত্তমানে দৰং জিলাৰ দফলা পৰ্ব্বতৰ দাঁতিত নওলা পৰ্ব্বতত আছিল। তেওঁৰ বড়ো-কছাৰী জাতীয় জোঁৱাই বিৰোচনে শহুৰেকৰ লগত মনোমালিন্য হোৱাত নিজৰ দল বল লৈ বৰ্ত্তমান বিহালীৰ বাটেদি ব্ৰহ্মপুত্ৰ পাৰহৈ দক্ষিণ পাৰত ব্ৰহ্মপুৰ নামৰ নগৰ পাতি বিচাৰপ্ৰতিস্থা নাম লৈ ৰাজত্ব কৰি থাকে। ই ১৩৮৫ খৃষ্টাব্দৰ কথা। বৰহমপুৰত ছুটি ইটা দৌলৰ ধ্বংস কীৰ্ত্তি, গড় আৰু পুখুৰীৰ ধ্বংসাৱশেষ আজিও আছে। ব্ৰহ্মপুৰৰ পৰা কছাৰী ৰজা সোণপুৰলৈ (মিকিৰ পৰ্ব্বত কুলনিৰ ওচৰত) যায় আৰু তাৰ পাচত কাচমাৰি আৰু



৺ভোগেশ্বৰী ফুকননী।

ডিমাপুৰত নগৰ পাতেঁ] ।

বিয়াল্লিছৰ বিপ্লৱৰ ঢৌ বৰহমপুৰৰ ওপৰেদিও বাগৰি গৈছিল । সেই বিয়াল্লিছৰ ১৬ চেপ্তেম্বৰৰ দিনা নগাওঁ চহৰৰ পৰা ছ মাইল আঁতৰত থকা বৰহমপুৰ গাঁৱত লক্ষী হাজৰীকা, মনোৰাম সূত, ঠগিৰাম সূত, আৰু বৃদ্ধা ভোগেশ্বৰী ফুকননীয়ে পিশাচ চিপাহীৰ গুলীৰ ঠাইতে প্ৰাণ দিলে । সাম্ৰাজ্যবাদী চৰকাৰৰ চকুত বাইজৰ অপৰাধ হ'ল পুলিচৰ দ্বাৰাই আটক কৰি ৰখা কংগ্ৰেছ অফিচ পুনৰ দখল মুকলি কৰা আৰু সেই উৎসৱ উপলক্ষে গোৱা জাতীয় গীতত আৰু জাতীয় পতাকা উত্তোলনত । উ [illegible] চপৰাশী, মিলিটেৰী আদিৰে ভৰি পৰিল । সাম্ৰাজ্যবাদৰ সিংহাসন খনহে যেন জনতাৰ জয়ধ্বনিত কঁপি উঠিল । 'বন্দে মাতৰম' ধ্বনিয়ে আকাশ পাতাল মুখৰিত কৰি তুলিলে । নিভীক গাঁৱলীয়া ডেকা-গাভৰুৰ হাতত জাতীয় পতাকা । বগা মিলিটেৰী কেপ্তেইনটোৱে শ্ৰীমতি ৰত্না ফুকন (এতিয়া গোহাঞি) নামৰ ১৪ বছৰীয়া ছোৱালী এজনীৰ হাতৰ পৰা জাতীয় পতাকা কাঢ়ি আনিবলৈ পাশৱিক ভাবে উদ্যত হ'ল । বেউল-জয়া-গুণদা সুৰ দেশৰ যুৱতী ৰত্না পিচ হুঁহকিল । দুয়োৰো ভিতৰত লাগিল কটা আজোৰা । আঁতৰত চাই থকা বীৰঙ্গণা মাক ভোগেশ্বৰী ফুকননীৰ পক্ষে জাতীয় পতাকাৰ ওপৰত চলোৱা এই অত্যাচাৰ নিৰবে চাই থকাটো অসম্ভৱ হৈ পৰিল । জাতীয় পতাকা ওলোমাই লোৱা কাঢ়ি চলাবেই শ্ৰীযুতা ফুকননীয়ে সৈনিকৰ

মূৰত আঘাত কৰিলে। বগা সৈনিকৰ আত্মসন্মানতা যেন বুঢ়ীৰ কোবে আঘাত কৰিলে। তৎক্ষণাৎ পিস্তল উলিয়াই ৬৭ বছৰীয়া বুঢ়ী ফুকননীৰ ওপৰত গুলী এৰিলে। ফুকননীয়ে হাতত জাতীয় পতাকা লৈয়েই জাতিৰ সন্মান ৰাখি সংগ্ৰাম স্থলিতে শেষ নিশ্বাস পেলালে। সমবেত জনতা ঘটনা স্থললৈ আগবাঢ়ি আহিল— এনেতে পুলিচ মিলিটেৰীয়ে আকৌ গুলী চলায়। ফলত জনতাৰ মাজৰ নিৰ্ভীক বীৰ লক্ষী হাজৰীকা, বলোৰাম সুত, ঠগীৰাম সুত তেজেৰে ৰাঙলী হৈ মাটিত বাগৰি পৰিল। মৰণৰ পথৰ পথিক লক্ষী হাজৰীকাই শেষ নিশ্বাস পেলোৱাৰ আগতে নিজৰ জেপত থকা পয়ছা ছটা দেশৰ সেৱালৈ আগবঢ়াই দি কোৱা কথা কেইটালৈ আজিও দেশ-বাসীৰ প্ৰাণত বাজি আছে—, "মই আহিলোঁ! দেশ-মাতৃক সেৱা কৰিবলৈ মই সময় নেপালোঁ। মোৰ এই পয়ছা ছটা দেশৰ কামত লগাব। মোৰ দেশ স্বাধীন হওক। বন্দে মাতৰম্।"

## কলিয়াবৰ :—

নগাওঁ জিলাৰ উত্তৰ-পূৱ পিনে এচুকত সৰু গাওঁখনি কলিয়াবৰ। এই গাওঁ খনি অতি প্ৰাচীন। বিয়াল্লিছৰ বিপ্লৱত এই গাওঁ খনিৰ বাইজ আৰু লগতে ওচৰ-পাঁজৰৰ

গাওঁ বিলাকৰ ৰাইজ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে জঁকি উঠে। জনতাই সাম্ৰাজ্যবাদৰ উচ্ছেদ কামনা কৰি সভা-সমিতি পাতি শোভা-যাত্ৰা উলিয়ায়। এই অহিংস জনতাৰ ওপৰত পুলিচ আৰু মিলিটেৰিয়ে লাঠি আদি চলাই নানান উৎপীড়ন কৰে। সুখৰ বিষয় তেওঁলোকৰ কাৰো প্ৰাণ নাশ হোৱা নাছিল। কিন্তু জনতাৰ প্ৰতিজনেই দেশৰ কাৰণে প্ৰাণ দিবলৈ সাজু হৈ আছিল। অসমীয়াৰ ওচৰত দেশতকৈ কোনোৱেই ডাঙৰ নহয়। কলিয়াবৰ গাওঁখনিহে সৰু— কিন্তু তাৰ ৰাইজৰ উদ্যম অসীম। বিন্দুৰ ভিতৰতো যে সিন্ধু লুকাই থাকে কলিয়াবৰেই তাৰ প্ৰমান। এই কলিয়াবৰতেই এদিন মোগলৰ দিনত ভাৰতৰ সম্ৰাটৰ সেনাপতি মিৰজুমলাই অসমীয়া সৈন্যৰ ওচৰত পৰাজয় স্বীকাৰ কৰিব লগীয়া হৈছিল। বিয়াল্লিছৰ বিপ্লৱত কলীয়াবৰিয়া ৰাইজে শান্তি-সেনাদল গঠন কৰি ওচৰত প্ৰায় ১৬ বৰ্গ মাইল পৰিধিৰ গাওঁবিলাকত শান্তি ৰক্ষা কৰিছিল। এই শান্তি-সেনাদলৰ সহায়েৰেই জনতাই বহুতো পুলিচ আৰু মিলিটেৰীৰ উৎপীড়নৰ পৰিণাম কমাব পাৰিছিল।

## কামপুৰ :—

সৰু ৰেল ষ্টেচনৰ পৰা পূব ফালে ঠাইখন কামপুৰ। বৃটিছ সম্ৰাজ্যবাদৰ অসহনীয় নিৰ্য্যাতনৰ পৰা এই অঞ্চলটো

গাওঁখনিও সাৰি যোৱা নাছিল। সেই কাৰণেই আগষ্ট বিপ্লৱৰ সময়ত সমূহ ভাৰতৰ লগত এই গাওঁখনিয়েও সাম্ৰাজ্যবাদ ধ্বংশ কৰিবলৈ জাঁক উঠে। পুলিচ আৰু মিলিটেৰীয়ে মুনিহ আৰু তিৰুতাৰ ওপৰত কৰা অত্যাচাৰে যদিও ৰাইজৰ সকলো চেষ্টাই ব্যৰ্থ কৰিলে — তথাপিও সাম্ৰাজ্যবাদৰ বিৰুদ্ধে জ্বলা তেওঁলোকৰ বুকৰ অগনি আজিও নুমুৱা নাই। সাম্ৰাজ্যবাদৰ বিৰুদ্ধে যুজাৰ চিন আজিও বহুতৰ গঞাৰ শৰীৰত গৌৰৱেৰে জিলিকি আছে। কামপুৰৰ ৰাইজে শান্তি-সেনাদল গঠন কৰি ওচৰ-পাঁজৰৰ সকলো গাওঁ পহৰা দি আছিল। কাৰণ সেই সময়ৰ পুলিচ আৰু মিলিটেৰীৰ সম্ভাৱিত উৎপীড়নৰ পৰা অহিংস জনতাক ৰক্ষা আৰু এনেকুৱা উৎপীড়নৰ বিষয়ে সজাগ কৰি ৰখা অতি বেচি ৰকমে প্ৰয়োজন হৈ পৰিছিল।

---

# উজনি অসমৰ বিপ্লৱত জীৱন আহুতি দিওঁতা—

## কুশল কোঁৱৰ আৰু কমলা মিৰী।

### উজনি অসম :—

বিপ্লৱে এটি সুস্থিৰ গঢ় লবৰ আগেয়েই উজনি অসমৰ প্ৰায় সকলোবিলাক নেতাকে গ্ৰেপ্তাৰ কৰা হয়। এইবিলাক ঠাইত বিপ্লৱে দুটি পন্থাই লৈছিল। এটি হৈছে গাওঁবিলাকত প্ৰতিৰোধমূলক পঞ্চায়ত স্থাপন। গঞা সকলে এই পঞ্চায়তত, অতি আনন্দ আৰু উৎসুকতাৰেই যোগ দিছিল। চাবিগাওঁ, হাতিগড়, টিয়ক আদি ঠাইত “স্বাধীন ৰাষ্ট্ৰ” প্ৰতিষ্ঠা হৈছিল। এই “স্বাধীন ৰাষ্ট্ৰ” বিলাক সকলো প্ৰয়োজনীয় কথাতে এটি সু-সভ্য গৱৰ্ণমেণ্টৰ সমকক্ষ হৈ উঠিছিল। দ্বিতীয়তে যুদ্ধ-বাহিনীলৈ গাৱৰ পৰা যোৱা সকলো যোগান বন্ধ কৰি দিছিল। ইয়াৰ কাৰণেই গাওঁবিলাকে নিজৰ ঠিয় দিব পাৰিছিল।

টিয়ক এখন কংগ্ৰেছৰ প্ৰধান ঠাই। ইয়াতেই প্ৰতিবোধমূলক কামৰ আটাইতকৈ বেচি হৈছিল। জাতীয়

কংগ্ৰেছৰ ভৱনত প্ৰায় তিনি হেজাৰমান মানুহৰ সভাত পুলিচ আৰু মিলিটেৰি আহি মতা, তিৰোতা, লৰা-ছোৱালী নিৰ্ব্বিশেষে সকলোৰে ওপৰত লাঠি সঙ্গীনেৰে অত্যাচাৰ কৰেহি। মিলিটেৰায়ে বিচাৰিছিল মহিলাসকলে লাঠি সঙ্গীনৰ বিপক্ষে দাঙি ধৰি থকা জাতীয় পতাকা কাঢ়ি নিবলৈ। ইয়াৰ ফলতেই প্ৰায় কুড়ি জনতকৈও অধিক লোক গুৰুতৰ ভাবে ঘাইল হয়।

এই নিৰ্য্যাতনৰ পিচতো কুড়ি চেপ্তেম্বৰৰ দিনা প্ৰায় ১৫ হেজাৰ মতা-তিৰোতা গোটখাই নগৰৰ মাজেদি বিপ্লৱৰ বাণী উচ্চাৰি শোভা-যাত্ৰা কৰি আহিছিল। ইয়াৰ ওপৰতো পুলিচ আৰু মিলিটেৰীৰ অত্যাচাৰ হয়। বহুত মানুহে এই অত্যাচাৰত শোচনীয় ভাৱে আঘাট পায়।

## কুশল কোঁৱৰ—

অসমৰ বীৰ সম্প্ৰদায় আহোম সকলৰে এজন কুশল কোঁৱৰ। সৰু-পথাৰ ৰেল-লাইন তোলা মকৰ্দ্দমাৰ চৰকাৰী সাক্ষীয়ে কুশল কোঁৱৰক দোষী সাব্যস্ত কৰে। নিৰপৰাধী কুশল কোঁৱৰে স্বদেশৰ স্বাধীনতাৰ যুজত হাঁহি হাঁহি নিজকে আহুতি দিলে। কুশল কোঁৱৰ ত্যাগৰ এটি প্ৰতিমূৰ্ত্তি। ১৯৪৩ চনৰ ১৫ জুন তাৰিখে যোৰহাট জেইলত কুশলৰ ফাঁচি হয়। মৃত্যুৰ আগদিনা তেওঁক জেলত ৰবদলৈ প্ৰমুখ্যে

নেতা সকলে দেখা কৰে। মিলনৰ সময়ত সকলোৰে মন আছিল বিষাদৰে ভৰা। নেতাসকলক দেখাৰ লগে লগেই কুশলৰ মুখৰ হাঁহি ফুটি উঠিল। সেই মিলনক্ষণত অসমৰ সমাজতন্ত্ৰী নেতা প্ৰিন্সিপাল হেম বৰুৱাও আছিল। তেখেতে কয় "কুশলৰ সেই হাঁহিত ফুটি উঠিছিল এটি দিব্য জ্যোতি, গভীৰ আধ্যাত্মিক প্ৰেৰণা আৰু দেশৰ হ'কে প্ৰাণ দিব পৰা অসীম ক্ষমতা।"

কুশল কোঁৱৰৰ শেষ বিদায়ৰ সময়ৰ শেষ কথাটি আজিও অসমীয়াৰ প্ৰাণত বাজি আছে— "জন্ম হলে মৃত্যু অনিবাৰ্য্য। মোৰ আনন্দ, ভগৱানে মোকেই বাছি লৈছে। ভগৱানে মোক ভাল পায়।" কুশল কোঁৱৰৰ আধ্যাত্মিক শক্তিৰ ওপৰত অসীম বিশ্বাস আছিল। গীতা-কীৰ্ত্তন আদিৰ মহা-মন্ত্ৰেৰে দীক্ষিত কুশল কোঁৱৰৰ ঈশ্বৰভক্তি, আদৰ্শ-প্ৰীতি, স্বদেশ-প্ৰেম আদি ঐতিহাসিক সম্পদ।

## কমলা মিৰী :—

বিয়াল্লিছৰ বিপ্লৱী বীৰ কমলা মিৰি, মিৰি সম্প্ৰদায়ৰ এজন বিশিষ্ট-দেশ-কৰ্ম্মী। যোৰহাট জেইলতে কমলা মিৰিয়ে তিল তিলকৈ প্ৰাণ দিলে। তেওঁ আছিল গোলাঘাট জিলা কংগ্ৰেছৰ এজন সাধাৰণ কৰ্ম্মী। কংগ্ৰেছ আপিছত পাই তেওঁক পুলিছে গ্ৰেপ্তাৰ কৰি আনে। ১৯৪২ চনৰ ৩ ছেপ্টেম্বৰৰ

দিনা তেওঁৰ আঠ মাহ সশ্ৰম কাৰাদণ্ড হয়। কংগ্ৰেছ আৰু গান্ধীজীৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা আছিল গভীৰ, কংগ্ৰেছৰ আদৰ্শৰ প্ৰতি তেওঁৰ ভক্তি অসীম।

যোৰহাট জেলত থকা অৱস্থাতে কমলামিৰিৰ অৱস্থা বৰকৈ বেয়া হৈ পৰিছিল। প্ৰত্যেক মুহূৰ্ত্তত মৃত্যুৰ কাষ চাপি গৈছিল যদিও কমলামিৰিয়ে যি অসীম সাহসৰ পৰিচয় দিলে সেই সাহস এটি চিৰস্মৰণীয় কাহিনী। জেল কৰ্ত্তৃপক্ষই তেওঁক বাৰে বাৰে এখন প্ৰতিশ্ৰুতি পত্ৰ লিখি দি ওলাই যাবলৈ দিছিল। মুক্তিকামী ভাৰতৰ বীৰ সন্তান কমলা মিৰিয়ে এনে প্ৰস্তাৱক অপমানজনক বুলিহে বিবেচনা কৰিছিল। প্ৰতিশ্ৰুতি দি ওলাই যাবলৈ কোৱা জেল কৰ্ত্তৃপক্ষক তেওঁৰ মৃত্যুৰ ২।৩ দিন আগতে কৈছিল— "মই মোৰ নিজৰ কাৰণে কষ্ট ভোগ কৰা নাই। তোমাৰ আমাৰ সকলোৰে কাৰণে মই এই কষ্ট স্বীকাৰ কৰিছোঁ। তুমি মোক কিয় প্ৰতিশ্ৰুতি দিব লাগে বুলি কোৱা?" অৱশেষত বন্দী অৱস্থাতে তেওঁ জেইল জীৱনৰ সকলো ক্লেশ ভুগি প্ৰকৃত বীৰৰদৰে শেষ নিঃশ্বাস পেলায়।

জেইলত থকা কালত তেওঁ কংগ্ৰেছৰ প্ৰচাৰ কাৰ্য্য চলাবৰ সুবিধা হ'ব বুলি শ্ৰীযুত বৰদলৈৰ ওচৰত লিখা শিকে। ইয়াৰ ভিতৰতে ৰাৰ্দ্ধা-চৰকাত সূতাও কাটিছিল।

কমলা মিৰি আদৰ্শ এটি চিৰন্তন প্ৰতীক।

---

# পাইকাৰী জৰিমনা।

অসমত অতি অসংযত ভাৱে পাইকাৰী জৰিমনা হৈছিল। এই জৰিমনাৰ চৰকাৰে দিয়া সংখ্যাটো আচলতকৈ বহুত তলত। চৰকাৰে দিয়া সংখ্যাৰ হিচাপ :—

| জিলা— | জৰিমনা— |
|---|---|
| ছিলেট— | ২০০০৲ |
| লক্ষীম পুৰ— | ১০,০০০৲ |
| শিৱসাগৰ— | ১,৪৩,২০০৲ |
| নগাওঁ— | ৮৭,৫০০৲ |
| দৰঙ— | ৮২,২০০৲ |
| কামৰূপ— | ৭০,৫৮৭৲ |
| গোৱালপাৰা— | ১৫,০০০৲ |

এই পাইকাৰী জৰিমনা আদায় কৰিবৰ কাৰণে গৱৰ্ণমেণ্টে যি নৃশংস নীতি অৱলম্বন কৰিছিল— সি সচাঁয়ে ঘিণলগা। নগাওঁ জিলাৰ কলিয়াবৰ অঞ্চলত বাৃতি পুলিচ বাহিনী গঞ্জাৰ ঘৰ-বাৰী আদি অতৰ্কিতে আক্ৰমণ কৰিছিলহি। কোনো ক্ষেত্ৰত ৰাতি টোপনিতে থকা মানুহক টানি বাহিৰলৈ উলিয়াই ঘৰৰ বস্তু লুট কৰিছিল। গাৱঁৰ তিৰোতা সকলে নিজৰ অসন্মান হোৱাৰ ভয়ত ৰাতি হাবিৰ মাজত কটাইছিল

আৰু ৰাতি পুৱালেহে ঘৰলৈ উভটিছিল। এই সময়ৰে এটি দুখ লগা কথা— এগৰাকী সম্ভ্ৰান্ত বংশীয় মহিলাক পুলিচে শাৰীৰিক অসন্মান কৰে। তেওঁৰ স্বামীয়েও সেই সময়ত জেইলত অত্যাচাৰীত জীৱন আছিল। এনেকুৱা ঘটনা নগাওঁ জিলাত আৰু বহুত হৈছিল। নিজ:ক সভ্য, শিক্ষিত বুলি জগতৰ আগত প্ৰচাৰ কৰি ফুৰা বৃটিছ সাম্ৰাজ্যবাদৰ জানো ইয়ো এটি সভ্যতাৰে নিদৰ্শন নহয় ?

## দেশীয় ৰাজ্য মনিপুৰৰ বিপ্লৱৰ এছোৱা।

### মনিপুৰ ৰাজ্যত আজাদ-হিন্দ্ গবৰ্ণমেণ্ট গঠন—

আজি প্ৰায় দুকুৰি দহ বছৰৰ আগতে মনিপুৰাধিপতি ৰজা কুলচন্দ্ৰই বৃটিছৰ বিৰুদ্ধে বিদ্ৰোহ কৰি উঠে। তেওঁৰ সেনাপতি টিকেন্দ্ৰজিত অতি পৰাক্ৰমী আৰু সাহসী যোদ্ধা আছিল। মনিপুৰৰ বৃটিছ প্ৰতিনিধিক টিকেন্দ্ৰজিতৰ মানুহে হত্যা কৰে। এই অপৰাধতে টিকেন্দ্ৰজিতক ফাঁচী দিয়া হয়।

১৯৪৪ চনৰ পহিলা এপ্ৰিলৰ দিনা বিষ্ণুপুৰত সন্ধিয়া সময়ত বাইজৰ এখনি সভা হয়। তাৰ আগদিনাই মনিপুৰ স্বাধীন হয়। সেই দিনাৰ পৰাই ইয়াৰ শাসন ভাৰ আহে আজাদ হিন্দ্ গবৰ্ণমেণ্টৰ তললৈ। বিষ্ণুপুৰৰ সভাত নেতাজী সুভাষ চন্দ্ৰৰ এখনি আজ্ঞা পত্ৰ পাঠ কৰা হয়। আজ্ঞা-পত্ৰখান মনিপুৰি ভাষালৈ অনুবাদ কৰি পঢ়া হৈছিল। দুখৰ বিষয় সেইদিনা স্বাধীন বিষ্ণুপুৰৰ শাসন-কৰ্ত্তা এ. এম মালিক সভাত উপস্থিত হব পৰা নাছিল।

সেই দিনাই প্ৰথমবাৰৰ কাৰণে জাতীয় পতাকা আকৌ নগাপাহাড় আৰু মনিপুৰত উৰি তেওঁলোক যে স্বাধীন ভাৰতৰ সন্তান তাকে প্ৰমাণ কৰিলে। সেই সময়ত মনিপুৰ

আৰু নগাপাহাড়ত থকা লোকসকলে অনুভৱ কৰিব পাৰিছিল যে তেওঁলোক স্বাধীন আৰু এখনি স্বাধীন ভাৰতৰ সন্তান। সাত এপ্ৰিলৰ দিনা কহিমাও স্বাধীন হয়।

এনেকৈয়ে আকৌ এবাৰ অসময়ে এছোৱাই কেইদিন মানৰ কাৰণে হলেও স্বাধীনতাৰ সোৱাদ ললে।



# আজাদ হিন্দ ফৌজ আৰু আজাদ হিন্দ গবৰ্ণমেণ্ট গঠনৰ ইতিহাস।

## সিঙ্গাপুৰৰ পতন আৰু ভাৰতীয় সকলৰ আন্দোলন সংগঠনৰ প্ৰচেষ্টা—

১৯৪২ চনৰ ১৫ ফ্রেব্রুৱাৰী তাৰিখে সিঙ্গাপুৰ পতন হয়। বৃটিছ সৈন্য বিলাক পলায়। তেওঁলোক পলাবৰ কাৰণে সকলো প্ৰকাৰৰ প্ৰচেষ্টাই আগৰে পৰা কৰি থোৱা হৈছিল। কিন্তু ভাৰতীয় সৈন্য সকলক সেই বিষয়ে ঘূৰ্ণা ক্ষৰেও জানিবলৈ দিয়া নহৈছিল। তেওঁলোকৰ ভবিষ্যত তেওঁলোকৰ অনিশ্চিত ভাগ্যৰ ওপৰতে নিৰ্ভৰ কৰিছিল। ইয়াৰ ফলস্বৰূপেই সিঙ্গাপুৰত সকলো ভাৰতীয় সৈন্যই বিনাযুদ্ধে আত্মসমৰ্পন কৰে। এই সৈন্য সকল আৰু প্ৰবাসী ভাৰতীয় সকলৰ বৃটিছ বিৰোধী মনোভাৱ জাপানী সকলৰ কামত লগাবৰ কাৰণে জাপানী হেড্-কোৱাৰ্টাৰৰ মেজৰ ফুজিৱাৰাই কেইজনমান ভাৰতীয়ক নিমন্ত্ৰণ কৰি পঠিয়ায়। এই ভাৰতীয় সকলক মেজৰ ফুজিৱাৰাই ইয়াকে বুজাবলৈ বিচাৰিছিল যে বৃটিছ শক্তি নিতান্তই দুৰ্ব্বল আৰু

ক্ৰমে আৰু দুৰ্ব্বল হৈ পৰিব। গতিকে বৃটিছ শক্তিক আঘাত কৰিবৰ এয়েই সুবৰ্ণ সুযোগ। ভাৰতীয় সকলৰ স্বাধীনতাৰ প্ৰচেষ্টাত সহায় কৰিবলৈ জাপানী গবৰ্ণমেণ্ট সদায়েই প্ৰস্তুত। তেওঁ ভাৰতীয় সকলক ভাৰতৰ স্বাধীনতাৰ কাৰণে এটি সমিতি গঠন কৰিবলৈ পৰামৰ্শ দিয়ে। জাপান গবৰ্ণমেণ্টে সম্ভাব্য সকলো সাহায্য দিব বুলি তেওঁ আশ্বাস দিয়ে। মেজৰ ফুজিযাৰাৰ উদ্দেশ্য আছিল জাপানৰ অনুমোদক হিচাপে এটি ভাৰতীয় কমিটি থিয় কৰোৱা। ভাৰতীয় সকল যদি তেওঁৰ নিৰ্দ্দেশ মতেই চলিলহেঁতেন তেনেহলে জাপানৰ উদ্দেশ্য সফল হলহেঁতেন। তেতিয়াহলে জাপানী বিলাকে আক্ৰমণকাৰী বাহিনী হিচাপে ভাৰতত সোমাব পাৰিলেহেঁতেন। কেইবা শতাব্দীয়ো বৃটিছ সাম্ৰাজ্যবাদৰ নিষ্পেষণত জৰ্জ্জৰিত হৈ থকা ভাৰতীয় সকলে পৰাধীনতাৰ জ্বালা মৰ্ম্মে মৰ্ম্মে উপলব্ধি কৰিছিল। তেওঁলোকে ফুজিয়াৰাৰ এই আবেদনত আনন্দিত হৈ উঠিব পৰা নাছিল। ভাৰতীয় সকলে বুজিব পাৰিছিল যে ভাৰতৰ স্বাধীনতা— ভাৰতৰ বাহিৰতেই হওক বা ভিতৰতেই হওক তেওঁলোকে নিজে অৰ্জ্জন কৰিব লাগিব। আৰু এইটোও তেওঁলোকে অনুভৱ কৰিছিল যে স্বাধীন ভাৰতীয় বাহিনী এটাৰেহে আক্ৰমণৰ উদ্দেশ্যে ভাৰতত প্ৰবেশৰ অধিকাৰ আছে— কোনো বৈদেশিক বাহিনীৰ সেই অধিকাৰ নাই। এই কাৰণেই ফুজিয়াৰাৰ হাতৰ পৰা ৰেহাই পাবৰ কাৰণে তেওঁলোকে

ফৰ্জিয়াৰক জনায় যে এই বিষয়ে তেওঁলোকে গভীৰ চিন্তা কৰিব। প্ৰয়োজন অনুসৰি তেওঁৰ লগত দেখা কৰাৰ কথাও কলে।

১৯৪২ চনৰ ৯ আৰু ১০ মাৰ্চৰ দুদিন সিঙ্গাপুৰত মালয়ৰ বেলেগ বেলেগ ঠাইৰ পৰা অহা ভাৰতীয় প্ৰতিনিধি সকলৰ এখনি সভা হয়। সিঙ্গাপুৰৰ সভাত স্থিৰ হয় যে টোকিয়লৈ এটি শুভেচ্ছাদল পঠোৱা হওক। এই প্ৰস্তাৱটো অৱশ্যে জাপানী সকলৰ প্ৰকাশ্য উদ্দেশ্যৰ বহিৰ্গত আছিল। কাৰণ জাপানীবিলাকে বিচাৰিছিল এটি ৰাজকীয় প্ৰতিনিধিৰ ডেলিগেছন পঠিয়াবলৈ। সেয়ে হোৱা হলে সেই ডেলিগেছনটো জাপানী সকলৰ মুখপত্ৰ হৈ পৰিলহেঁতেন। কিন্তু ভাৰতীয় প্ৰতিনিধি সকলে কোনো হিচাপেই জাপানী সকলৰ আজ্ঞাবহ হৈ থাকিবলৈ ইচ্ছা নকৰিলে।

ইয়াৰ পিচত আকৌ সেই বছৰতে মাৰ্চ্চ মাহৰ ২৮, ২৯, ৩০ তাৰিখে টোকিয়ত শ্ৰীৰাসবিহাৰি বসুৰ সভাপতিত্বত এখনি সভা বহে। এই সভাত হংকং, সাংহাই আৰু জাপান আদিৰ প্ৰবাসী ভাৰতীয় সকলৰ প্ৰতিনিধি সকলে যোগ দিছিলহি। শ্যামদেশৰ প্ৰতিনিধি কেইজনমান টোকিয়লৈ যাওঁতে বাটতে বিমান দুৰ্ঘটনা হৈ ঢুকায়। এই সম্মিলনীত ঠিক হব যে পূৰ্ব্ব এচিয়া প্ৰবাসী ভাৰতীয় সকলৰ স্বাধীনতা আন্দোলন আৰম্ভ কৰিবৰ এইটোৱেই উপযুক্ত সময়। এই স্বাধীনতা হব পূৰ্ণ স্বাধীনতা আৰু

সকলো প্ৰকাৰৰ বৈদেশিক শাসন আৰু নিয়ন্ত্ৰণৰ পৰা সম্পূৰ্ণ মুক্ত। ভাৰতৰ বিৰুদ্ধে সামৰিক অভিযান আৰু ক্ৰিয়া কল্যাণৰ অধিকাৰী হব পাৰিব কেৱল মাত্ৰ ভাৰতীয় সকলৰ নেতৃত্বত আৰু ভাৰতীয়ৰ স্বাৰ্থৰ কাৰণে চালিত স্বাধীন ভাৰত বাহিনী বা আজাদ হিন্দ ফৌজ। সকলো ক্ষমতাৰ পৰিচালনা কৰিব আজাদ হিন্দ্ সঙ্ঘই। আজাদ হিন্দ সঙ্ঘৰ এটি কৰ্ম্মপৰিষদ থাকিব বুলি ঠিক কৰা হয়। প্ৰয়োজন অনুসৰি জাপানৰ ওপৰৰ পৰা নৌবল, বিমান বল, আদি আনিবৰ কাৰণে এটি কৰ্ম্মপৰিষদক ক্ষমতা দিয়া হয়। এই সম্মিলনত আৰু এটি উল্লেখ যোগ্য প্ৰস্তাৱ গ্ৰহণ কৰে। সেয়েই হৈছে-- "ভাৰতৰ ভৱিষ্যত শাসনতন্ত্ৰ ৰচনা কৰিবৰ ক্ষমতা ভাৰতবৰ্ষত— অকল ভাৰতীয় নেতা সকলৰ অধিকাৰ থাকিব।" ভাৰতৰ জাতীয় কংগ্ৰেছ হৈছে— সেই অধিকাৰৰ মালিক। এই সম্মিলনতে ঠিক হয় যে আৰু অধিক প্ৰতিনিধিৰে বেঙ্ককত এখন প্ৰতিনিধি সম্মিলন আহ্বান কৰা হওক। আৰু তাৰ পৰাই ভাৰতৰ স্বাধীনতা আন্দোলনৰ বিষয়ে ঘোষণা আৰম্ভ কৰা হওক।

এই প্ৰস্তাৱ অনুসৰি সেই বছৰৰ ১৫ পৰা ২৩ জনলৈকে বেঙ্ককত এখনি প্ৰতিনিধি সম্মিলন বহে। জাপান, মঙ্কুকুও, হংকং, বাৰ্মা, বোৰ্নিও, জাভা, মালয় আৰু শ্যাম আদিৰ পৰ প্ৰায় ১০০ জন প্ৰতিনিধি এই সভাত সমবেত হয়। ভাৰতীয় যুদ্ধবন্দী বাহিনীৰ পৰাও প্ৰতিনিধি আছে।

এই সম্মিলনীতে আজাদ হিন্দ আন্দোলনৰ মূলনীতি নিৰ্দ্ধাৰিত হয়।

## নীতিবিলাক :—

(১) ভাৰতৰ স্বাধীনতাৰ কাৰণে পূৰ্ব্ব এচিয়াৰ প্ৰবাসী ভাৰতীয় সকলক লৈ এখন আজাদ হিন্দ গৱৰ্ণমেণ্ট গঠন কৰা।

(২) আজাদ হিন্দ সংঙ্ঘৰ আদৰ্শ, কাৰ্য্যক্ৰম আৰু সকলো প্ৰকাৰৰ পৰিকল্পনা ভাৰতৰ জাতীয় কংগ্ৰেছৰ আদৰ্শ, কাৰ্য্যক্ৰম আৰু পৰিকল্পনা অনুযায়ী হব। ভাৰতৰ জাতীয় কংগ্ৰেছৰ নেতৃত্ব মানি চলিব লাগিব। কংগ্ৰেছৰ আন্দোলনৰ লগত যোগসূত্ৰ স্থাপন কৰিব লাগিব।

(৩) পূৰ্ব্ব এচিয়াৰ ভাৰতীয় বাহিনীৰ পৰা আৰু ভাৰতীয়-বে সামৰিক জন সাধাৰণৰ পৰা সৈন্য সংগ্ৰহ কৰি এটি "আজাদ হিন্দ ফৌজ" গঠন কৰিব লাগিব।

(৪) ভাৰতবৰ্ষৰ আৰু এই নতুনকৈ গঠিত আজাদ হিন্দ সঙ্ঘৰ প্ৰতি জাপানী সকলৰ নীতি কি স্পষ্টভাৱে জনাবৰ কাৰণে জাপানী কৰ্ত্তৃপক্ষৰ ওচৰত দাবী জনাব লাগিব।

## ভাৰতীয় সকলৰ আন্দোলন প্ৰচেষ্টাৰ ৰূপ—

### আজাদ হিন্দ সঙ্ঘ আৰু আজাদ হিন্দ ফৌজ

ব্যঙ্কক সন্মিলনীত গণতান্ত্ৰিক প্ৰতিনিধিত্বৰ ভিত্তিত আজাদ হিন্দ সংঙ্ঘ গঠিত হ'ল। ইয়াৰ সভাপতি হ'ল শ্ৰীযুত ৰাসবিহাৰী বসু। সিঙ্গাপুৰেই এই সঙ্ঘৰ প্ৰধান কৰ্ম্মস্থল হ'ল। এটি কেন্দ্ৰীয় পৰিষদ স্থাপন কৰি পূৰ্ব্ব এচিয়াৰ প্ৰত্যেক দেশতে ইয়াৰ শাখা সঙ্ঘ স্থাপন কৰা হ'ল। ভাৰতবৰ্ষত এই সময়তে ১৯৪২ চনৰ ৮ আগষ্ট তাৰিখে গান্ধীজীৰ নেতৃত্বত "ভাৰত ত্যাগ" প্ৰস্তাৱ গ্ৰহন কৰা হয়। গোটেই ভাৰতবৰ্ষ খনেই যেন ছুটি মন্ত্ৰেৰে দীক্ষিত হ'ল— কৰেঙ্গে ঔৰ মৰেঙ্গে। গোটেই ভাৰতব্যাপী দাবানল জ্বলি উঠিল। ভাৰতবৰ্ষৰ সকলো কংগ্ৰেছ নেতাকে বৃটিছ শক্তিয়ে কাৰাৰুদ্ধ কৰিলে। হাজাৰে হাজাৰে কংগ্ৰেছ কৰ্ম্মীয়ে সাম্ৰাজ্যবাদী চৰকাৰৰ গুলীৰ আঘাতত প্ৰাণ দিলে। বৃটিছৰ বিমানৰ পৰা পেলোৱা "বোমাই" ভাৰতৰ গাওঁ-নগৰ আদি ধ্বংস কৰিবলৈ ধৰিলে। এই খবৰ বিলাকে পূৰ্ব্ব এচিয়াৰ সকলোতে অভূতপূৰ্ব্ব চাঞ্চল্য আৰু অদম্য কৰ্ম্মোৎসাহৰ প্ৰেৰণা যোগালে। এই চাঞ্চল্যৰ পৰিস্থিতিতে সৰ্ব্বপ্ৰথমে কেপ্টেইন মোহনসিংৰ অধিনায়কত্বত আজাদ হিন্দ ফৌজৰ গঠন কাৰ্য্য আৰম্ভ হ'ল। হাতত যি যিনি সময় আছিল

তাকে লৈয়েই প্ৰথমে কাম আৰম্ভ কৰিব লগীয়া হয়। মালয় প্ৰবাসী ভাৰতীয় সকললৈ আবেদন জনাওঁতেও অৱশ্যে আশাতীত ৰূপে সাহায্য পোৱা গৈছিল।

ঘটনাৰ এনেকুৱা ক্ৰম বিবৰ্ত্তন দেখি জাপানৰ ভয় হ'ল। ভাৰতীয় সকলৰ এই প্ৰচেষ্টা জাপানীবিলাকে প্ৰীতিৰ চকুৰে চোৱা নাছিল। সম্ভৱ সাম্ৰাজ্যবাদী জাপানৰ মনতো ভয় আৰু আতঙ্কৰ সৃষ্টি হৈছিল। সেই কাৰণে জাপানী কৰ্ত্তৃপক্ষৰ লগত আজাদ হিন্দ ফৌজৰ কৰ্ম্মপৰিষদৰ সংঘৰ্ষ বাধিলে। প্ৰধানতঃ দুটা কাৰণত এই তিক্ততা ফুটি উঠিছিলঃ—

(১) কৰ্ম্মপৰিষদে দাবী জনাইছিল যে ভাৰতবৰ্ষ, পূৰ্ব্ব এচিয়া আৰু আজাদ হিন্দ সঙ্ঘৰ প্ৰতি জাপানৰ কি মনোভাৱ সেইটো অতি সোনকালে জনাব লাগে।

উত্তৰত জাপানে দিছিল কেইটিমান নগণ্য উত্তৰ। ভাৰতক সহায় কৰিবলৈ জাপান প্ৰস্তুত— কিন্তু সেইবুলি ভাৰতত ৰাজ্য বিস্তাৰ কৰা জাপানৰ উদ্দেশ্য নহয়। কৰ্ম্ম-পৰিষদে জাপানী গৱৰ্ণমেণ্টৰ এই আশ্বাসত বিশ্বাস কৰিবলৈ টান পালে।

(২) জাপানীসকলৰ দ্বাৰা সম্পূৰ্ণভাৱে পৰিচালিত "ইয়াকুৰো কিৰাণ" নামৰ "লিয়েচন" বিভাগে আজাদ হিন্দ ফৌজৰ কাৰ্য্য কলাপত হস্তক্ষেপ কৰিছিল। সেই কাৰণে ১৯৪২ চনৰ ডিচেম্বৰ মাহতে সঙ্কট কাৰ চাপি আহিল। মালয়ত গঠিত হোৱা আজাদ হিন্দ ফৌজক জাপানী ৰণ-কৰ্ত্তা

সকলৰ আদেশ অনুসাৰে ব্ৰহ্মদেশলৈ স্থানান্তৰিত কৰিবলৈ কৰ্ম্মপৰিষদে অস্বীকাৰ কৰিলে। জাপানীসকলৰ আৰু বহুত দাবীও অস্বীকাৰ কৰা হ'ল। কৰ্ম্ম-পৰিষদক নজনোৱাকৈ ৮ ডিচেম্বৰৰ দিনা জাপানীবিলাকে আজাদ হিন্দ ফৌজৰ কৰ্ণেল এন, এস, গিলক গ্ৰেপ্তাৰ কৰিলে। এই কাৰণে পৰিষদৰ সদস্যসকলে প্ৰতিবাদ জনাই পদত্যাগ কৰে। ইয়াতে শ্ৰীৰাসবিহাৰী বসুৱে অৱস্থাৰ গুৰুত্ব বুজিব পাৰে আৰু তেওঁ জনাই যে অতি সোনকালেই তেওঁ জাপানলৈ যাব। তালৈ গৈ তেওঁ প্ৰধান প্ৰধান বিষয়াসকলৰ টোকিও গৱৰ্ণমেণ্টৰ নীতি কি তেওঁ বুজি আহিবগৈ। ইতিমধ্যে অৱশ্যে সঙ্ঘৰ কাম চলি থাকিব।

অৱস্থা যেতিয়া এনেকুৱাত পৰিণত হৈছেগৈ তেতিয়াই আজাদ হিন্দ সঙ্ঘক দুৰ্ব্বল কৰিবৰ কাৰণে "ইয়াকুৰো কিৰাণে" এটি প্ৰতিদ্বন্দী দল গঠন কৰিলে। ইয়াৰ কৰ্ম্মচাৰী সকলে আজাদ হিন্দ সঙ্ঘৰ বিপক্ষে এটি গুপ্ত দল সংগঠন কৰিলে। তেওঁলোকে নিজেও এই সঙ্ঘৰ বিৰুদ্ধে প্ৰচাৰ কাৰ্য্য চলাবলৈ আৰম্ভ কৰিলে। ১৯৪৩ চনৰ ফেব্ৰুৱাৰী মাহত মালয় শাখায় তিনিদিন আলোচনাৰ পাচত শ্ৰীৰাস বিহাৰী বসুলৈ এখন স্মাৰকপত্ৰ পঠিয়াবলৈ মন কৰিলে। এই স্মাৰকপত্ৰ শ্ৰীৰাস বিহাৰী বসুৰ ওচৰ নেপাওঁতেই জাপানী সকলে হস্তগত কৰিলে। জাপানীবিলাকে 'মালয়' শাখাৰ সভাপতি শ্ৰীৰাঘৱনক পদত্যাগ কৰিবলৈ শ্ৰীৰাসবিহাৰী বসুক জোৰ দিবলৈ ধৰিলে।

ইয়াৰ ফলত শ্ৰীৰাঘৱনে পদত্যাগ কৰে। কিন্তু শ্ৰীৰাঘৱনৰ লগে লগে বাকী সদস্য সকলেও পদত্যাগ কৰিলে। ১৯৪৩ চনৰ এপ্ৰিল মাহত সিঙ্গাপুৰত আৰু এখনি প্ৰতিনিধি সম্মিলন হয়। ইয়াত পূৰ্ব্ব এচিয়াৰ সকলো দেশৰ ভাৰতীয় প্ৰতিনিধি সকল উপস্থিত আছিল। ইয়াতেই কাৰ্য্যকলাপৰ কঠোৰ সমালোচনা হয়। এই সভাতেই শ্ৰীৰাসবিহাৰী বসুৱে জনায় যে শ্ৰীযুক্ত সুভাষ চন্দ্ৰ বসু আহিব লাগিছে আৰু তেওঁৰ ওপৰতে এই আন্দোলন চলোৱাৰ গুৰুভাৰ অৰ্পণ কৰি নিজে ইস্তফা দিবলৈ সন্মত।

১৯৪৩ চনৰ ২ জুলাই তাৰিখে শ্ৰীযুত সুভাষ চন্দ্ৰ বসু সিঙ্গাপুৰ পায়হি। ৪ জুলাইত সম্মিলীত হোৱা প্ৰতিনিধি সভাত শ্ৰীযুত সুভাষ চন্দ্ৰ বসু সৰ্ব্বসম্মতিক্ৰমে সঙ্ঘৰ সভাপতি নিৰ্ব্বাচিত হয়। শ্ৰীযুত ৰাসবিহাৰী বসুৱে পদত্যাগ কৰে।

ভাৰতৰ জাতীয় কংগ্ৰেছৰ এজন নেতাক পাই যেন আন্দোলন আকৌ পুণৰ সঞ্জীৱিত হৈ উঠিল। পাঁচ জুলাই তাৰিখে সিঙ্গাপুৰত আজাদ হিন্দ বাহিণীৰ কাৰ্য্যবিবৰনী গৃহীত হয়। আৰু সেই তাৰিখেই এই বাহিণীৰ গঠনৰ কথা প্ৰকাশ্যভাৱে জগতক জনোৱা হয়। শ্ৰীযুত সুভাষ চন্দ্ৰ বসুৱে দায়িত্ব গ্ৰহণ কৰাৰ পৰা কাৰ্য্য ক্ৰুতভাৱে চলিবলৈ ধৰে। নাৰী সকলো আহি দলে দলে আজাদ হিন্দ সঙ্ঘৰ সভ্যা হবলৈ ধৰিলে। তেওঁলোকৰে মাজৰেপৰা স্বেচ্ছাসেবিকা বাছি শ্ৰীমতী লক্ষীৰ নেতৃত্বত "ৰাণী অব

ঝান্সী" ৰেজিমেণ্ট গঠিত হয়। বহুত মহিলা ৰেডক্ৰচৰো সভ্যা হ'ল। ১৯৪৩ চনৰ অক্টোবৰ মাহত সিঙ্গাপুৰ আৰু ৰেঙ্গুনতো নাৰী সকলৰ সামৰিক শিক্ষাত শিক্ষিত কৰিবৰ কাৰণে ছুটি সামৰিক শিক্ষাৰ বিদ্যালয় স্থাপিত হয়।

১৯৪২ চনত আজাদ হিন্দ ফৌজত স্বেচ্ছা সৈন্য সংগ্ৰহ কৰিবৰ কাৰণে আহ্বান জনোৱা হৈছিল। অগনিত ভাৰতীয়ই সৈন্য বাহিণীত যোগ দিছিলহি। কিন্তু জাপানী বিলাকৰ অস্পষ্ট নীতিৰ কাৰণে সৈন্য সকলৰ শিক্ষাদান বেচি অগ্ৰসৰ হব পৰা নাছিল। শ্ৰীযুত সুভাষ চন্দ্ৰ বসুৱে স্পষ্টভাৱে ঘোষণা কৰিলে যে আজাদ হিন্দ ফৌজেই ভাৰত বৰ্ষৰ প্ৰতিনিধি মুলক জাতীয় বাহিণী। জাপানী সকলৰ লগত ইয়াৰ কোনো সংস্ৰব থাকিলে ই বিভীষন বাহিণী বুলি কুখ্যাত হব। ইয়াৰ নীতি, কাৰ্য্যকলাপ, নেতৃত্ব ভাৰতীয় দেশ-প্ৰেমিক সকলৰ দ্বাৰাই পৰিচালিত হব। জাপানীসকলৰ ভাৰত আক্ৰমনৰ অধিকাৰ নাই। কোনো ৰকমৰ বৈদেশিক কৰ্ত্তৃত্ব নাইবা কোনো বৈদেশিক সৈন্যকে ভাৰতত স্বীকাৰ কৰা নহব। জাপানী সকলে যদি কয় তেওঁলোকে ভাৰতবৰ্ষক বৃটিছ কবলৰ পৰা মুক্ত কৰিব খুজিছে তথাপিও তেওঁলোকক আক্ৰমণকাৰীৰ বাহিৰে অইন কোনো আখ্যা দিব পৰা নেযায়। ভাৰতবৰ্ষক বৃটিছৰ কবলৰ পৰা একমাত্ৰ ভাৰতীয় বাহিণীয়েই মুক্ত কৰিব পাৰে। এই সুস্পষ্ট ঘোষণাৰ ফলত আজাদ হিন্দ সঙ্ঘ আৰু আজাদ

হিন্দ ফৌজ নৱশক্তিত সঞ্জীবিত হৈ উঠিল। দেশ-প্ৰেমিক ভাৰতীয় সকলে এই প্ৰতিষ্ঠান আৰু বাহিনীক সৰ্ব্বান্তঃকৰণে স্বীকাৰ কৰি ইয়াক আৰু শক্তিশালী কৰিবৰ কাৰণে শক্তি সামৰ্থ্য প্ৰয়োগ কৰিলে। মালয়ত এটি সামৰিক শিক্ষা কেন্দ্ৰ খোলা হ'ল। ইয়াৰ এবাৰত ৭০০০ জনৰ শিক্ষা দিবৰ ব্যৱস্থা কৰা হৈছিল। ৭০০০ জনক লৈ এটি দ'ল গঠন হৈছিল। এইদৰেই দ'লে দলে স্বেচ্ছাসৈন্য গোট খাবলৈ ধৰিলে। ভাৰতীয় বাহিণী আৰু নন্-কমিচনড, অফিচাৰ সকলৰ মাজৰ পৰা বাচি উচ্চ থাপৰ বিষয়াৰ শিক্ষা দিয়া হৈছিল। কেৱল মাথোন দেশ-প্ৰেমিক ভাৰতীয় সকলৰ পৰা শক্তি সামৰ্থ্য সংগ্ৰহ কৰা হৈছিল।

---

# স্বাধীন ভাৰতৰ অস্থায়ী গৱৰ্ণমেণ্ট ।

শ্ৰীযুত সুভাষ চন্দ্ৰ বসুৱেই এটি অস্থায়ী গৱৰ্ণমেণ্ট স্থাপন কৰিলে। ইয়াৰ নাম হ'ল স্বাধীন ভাৰতৰ অস্থায়ী গৱৰ্ণমেণ্ট। তেওঁলোকেই ৰাষ্ট্ৰৰ সৰ্ব্বপ্ৰধান নায়ক কৰা হ'ল। ইংলণ্ডৰ বিৰুদ্ধে সমৱেত সকলো ৰাষ্ট্ৰই ইয়াক গৱৰ্ণমেণ্ট হিচাপে স্বীকাৰ কৰিলে।

## আজাদ হিন্দৰ সাময়ীক গৱৰ্ণমেণ্ট—

সুভাষ চন্দ্ৰ বসু (ৰাষ্ট্ৰনায়ক, প্ৰধান মন্ত্ৰী সমৰ আৰু পৰৰাষ্ট্ৰ সচীৱ)

লেঃ কঃ মিছ লক্ষী— (নাৰী-সংগঠন)

এম, এ, আয়াৰ (প্ৰচাৰ)

লেঃ কঃ এ, চি, চাটাৰ্জ্জি (অৰ্থ)

লেঃ কঃ আজিজ আহম্মদ, লেঃ কঃ এম, এল, ভগত, লেঃ কঃ জে, কে, ভোছলা, লেঃ কঃ গুলজাৰ সিং লেঃ কঃ এম, জেদ, গিয়ানি, লেঃ কঃ এ, ডি, লাগানাছা, লেঃ কঃ এহচান কাদিৰ, লেঃ কঃ শাহ নাওৱাজ, (সৈন্য বাহিণীৰ প্ৰতিনিধি)

এ. এম সহায় (মন্ত্ৰীৰ পৰ্যাদা সম্পন্ন চেক্ৰেটৰী)
ৰাস বিহাৰী বসু (প্ৰধান পৰামৰ্শদাতা)
কৰিম গণী, দেবনাথ দাস, ডি, এম: খাঁ,
এ, ইয়েল্লাপ্পা, যে, থিবি, সৰ্দ্দাৰ ঈশ্বৰ সিং,
(পৰামৰ্শক)
এ, এন, সৰকাৰ (আইন বিষয়ক পৰামৰ্শদাতা)

সেই বছৰৰ ২৩ অক্টোবৰত স্বাধীন-ভাৰত অস্থায়ী গবৰ্ণমেণ্টে যথাযথ নিয়ম আৰু নীতি অনুসৰি ইংলণ্ড আৰু আমেৰিকাৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। আজাদ হিন্দ সঙ্ঘ আৰু স্বাধীন ভাৰত অস্থায়ী গৱৰ্ণমেণ্টৰ প্ৰধান কৰ্মস্থল ভাৰতৰ ওচৰ কাষৰীয়া ঠাইত হোৱা উচিত বিবেচনা কৰি ১৯৪৪ চনৰ ৭ জানুৱাৰী তাৰিখে ইয়াৰ কৰ্মস্থল বৰ্ম্মালৈ স্থানান্তৰিত কৰা হয়।

ইতিমধ্যে ব্ৰহ্মদেশতো এটা জাতীয় বৰ্ম্মা বাহিনী অস্ত্ৰসজ্জিত হৈ সংগঠিত হৈছিল। এই দলটোও সম্পূৰ্ণৰূপে বৃটিছ আৰু জাপান বিৰোধী আছিল। আচলতে কবলৈ গ'লে এই বাহিনীয়েই জাপানৰ বাহিনীক আঘাত কৰি ব্ৰহ্মদেশ স্বাধীন কৰিছিল। সেই কাৰণেই ব্ৰহ্মদেশ পুনৰ দখলৰ সময়ত বৃটিছ বাহিনীয়ে বেছি কষ্ট স্বীকাৰ কৰিব লগীয়া হোৱা নাছিল। এনেদৰেই পূৰ্ব্ব এছিয়াৰ সকলো দেশতেই জাতীয় বাহিনী সংগঠিত হৈছিল। এই কাৰণেই আজি পূৰ্ব্ব এশিয়াৰ সকলো দেশতে জাতীয় আন্দোলন প্ৰবল।

হৈ উঠিছে।

ভাৰতৰ অস্থায়ী জাতীয় গবৰ্ণমেণ্ট ব্ৰহ্মদেশলৈ বদলি হোৱাৰ পিচত ইয়াৰ কাৰ্যকলাপ আৰু ব্যাপক হৈ উঠে। স্বাধীন ভাৰতৰ অস্থায়ী গবৰ্ণমেণ্টে যথাযথ-ভাৱে মন্ত্ৰী নিয়োগ কৰিয়েই বিভিন্ন ৰাষ্ট্ৰীয় কাৰ্য্য চলাইছিল। এই মন্ত্ৰী সকল আছিল আজাদ হিন্দ সঙ্ঘৰ ভাৰ প্ৰাপ্ত মন্ত্ৰী। অস্থায়ী গবৰ্ণমেণ্টৰ ৰাজধানী আৰু প্ৰধান কৰ্ম্মস্থল আছিল ৰেঙ্গুন। ইয়াত ১৯ টি বিভাগ আছিল। প্ৰত্যেক বিভাগেই নিয়ম অনুসৰি ৰেকৰ্ড, হিচাপ, আফিছ ৰাখিছিল।

এই সঙ্ঘৰ বিয়াৰ হেড্ কোৱাৰ্টাৰছ আছিল সিঙ্গাপুৰত। ইয়াৰ পৰাই মালয়, সুমাত্ৰা, জাভা, বৰ্নিও আদি ঠাইৰ কাৰ্য্য পৰিচালনা কৰা হৈছিল। অকল মালয়তেই এই সঙ্ঘৰ ৭০ টা শাখা আছিল। মালয় শাখাৰ সভ্য সংখ্যা দুই লাখৰ ওপৰ আছিল। ব্ৰহ্মদেশত আছিল ১০০ টা শাখা, শ্যামত আছিল ২৪ টা শাখা। ইয়াৰ বাহিৰেও আন্দামান দ্বীপপুঞ্জ, সুমাত্ৰা, জাভা, বৰ্নিও, ফিলিপাইন দ্বীপপুঞ্জ, চীন, মঙ্কুক, জাপান আদি ঠাইতো ইয়াৰ অসংখ্য শাখা আছিল।

সামৰিক শিক্ষাৰ কাৰণে ৯ টা শিক্ষা-কেন্দ্ৰ আছিল। সিঙ্গাপুৰ আৰু ৰেঙ্গুনত অফিচাৰ সকলৰ শিক্ষা-কেন্দ্ৰ আছিল। কোনো কেন্দ্ৰতেই জাতিগত ভাৱে বেলেগ ব্যৱস্থাৰ প্ৰবৰ্ত্তন হোৱা নাছিল। যুদ্ধত আদেশ দিয়াৰ ব্যৱস্থা হিন্দীতেই

আছিল। আজাদ হিন্দ সঙ্ঘৰ সকলো আন্দোলনতে কেৱল ভাৰতীয় সকলৰ ধনহে খৰছ কৰা হৈছিল।. পূৰ্ব্ব এচিয়া দেশ বিলাকত থকা ভাৰতীয় সকলৰ পৰাই কেইদিনমানৰ ভিতৰতে আঠবুটি টকা সংগৃহীত হৈছিল। ১৯৪৫ চনত "নতুন বছৰ" উপলক্ষে মালয়ে ভাৰতবৰ্ষক ৪০ লাখ টকা দান কৰিছিল। সুভাষ চন্দ্ৰ বসুৰ এদাল ডিঙিৰ মালা ১ লাখৰ পৰা ১২ লাখৰ ভিতৰত লীলাম হৈছিল। এবাৰ এজন পাঞ্জাবী দেশ প্ৰেমিকে তেওঁৰ সকলো সম্পত্তিৰ বিনিময়ত সুভাষ চন্দ্ৰৰ এধ'ৰি মালা কিনি লয়। আজাদ হিন্দ ফৌজে নিজৰ প্ৰয়োজনৰ আহিলাপাতি, অস্ত্ৰ-শস্ত্ৰ আৰু গোলা বাৰুদ আদি নিজৰ ধনৰেই কিনি লৈছিল।

— * —

# আজাদ হিন্দ ফৌজৰ ভাৰত প্ৰৱেশ।

শ্ৰীসুভাষ চন্দ্ৰৰ অদমনীয় নীতিৰ কাৰণেই জাপানীবিলাকে ভাৰত আক্ৰমনৰ নীতি পৰিত্যাগ কৰিব লগীয়া হয়। ইয়াৰ বাহিৰেও অৱশ্যে ভাৰত আক্ৰমনৰ নিচেনা বিৰাট, দুৰন্ত এটি অভিযান চলোৱাৰ সমান ক্ষমতা তেওঁলোকৰ নাছিল। ইপিনে সেই সময়তেই ব্ৰহ্মদেশ পুনৰ অধিকাৰৰ কাৰণে বৃটিছো দৃঢ় প্ৰতিপন্ন হৈ পৰিছিল। ইফালে উপত্যকাত, বৃটিছৰ আক্ৰমন আৰু তেওঁলোকে চিন্দুইন নদী অতিক্ৰমৰ সম্ভাৱনাই জাপানী সকলক অস্থিৰ কৰি তুলিছিল। তেওঁলোকে লৰালৰিকৈ এটি পৰিকল্পনা কৰি পেলালে।

ইম্ফল দখল কৰিবৰ কাৰণে অতি সোনকালেই আগবঢ়া প্ৰয়োজন হৈ পৰিল। কিন্তু আজাদ হিন্দ ফৌজে জাপানি সকলে ভাৰত আক্ৰমন কৰা কোনোমতেই স্বীকাৰ কৰিব পৰা নাছিল। সেই কাৰণেই জাপানী বিলাকে স্পষ্টভাৱে জনাব লগীয়া হয় যে তেওঁলোকে কেৱল ইম্ফলহে দখল কৰিবলৈ বিচাৰিছে— ইয়াৰ পিচত ভাৰত আক্ৰমনৰ সকলো সামৰিক কাৰ্য্যকলাপ আজাদ হিন্দ ফৌজৰ ওপৰতেই এৰি দিয়া হব। আজাদ হিন্দ ফৌজে অৱস্থাৰ পৰিস্থিতি সম্যকভাৱে বুজিব পাৰিলে। তথাপিও ইম্ফল দখলৰ যুদ্ধ

তেওঁলোকেই প্ৰধান অংশ গ্ৰহণ কৰিবলৈ থিৰ কৰিলে। ১৯৪৪ চনৰ ৪ ফেব্ৰুৱাৰী তাৰিখে আজাদ হিন্দ ফৌজে আক্ৰমনাত্মক কাৰ্য্য আৰম্ভ কৰে। ১৮ মাৰ্চ তাৰিখে আজাদ হিন্দ ফৌজৰ বাহিনীয়ে ভাৰত-বৰ্ষৰ সীমা অতিক্ৰম কৰি ভাৰতভূমিত পদাৰ্পন কৰে।

## ৰণখলিত সৈন্য প্ৰতিষ্ঠা—

এই বাহিনীত প্ৰধানতে তিনিটা ব্ৰিগেড আছিল:—

(১) "সুভাষ ব্ৰিগেড"— ইয়াৰ নেতৃত্ব কৰিছিল— কৰ্ণেল শাহ নাওৱাজে। ৩২০০ সৈন্য লৈ এই ব্ৰিগেড গঠিত হৈছিল।

(২) "গান্ধী ব্ৰিগেড" - কৰ্ণেল ইনায়ৎ কিয়াণী আছিল ইয়াৰ নায়ক এই ব্ৰিগেডৰ সৈন্য সংখ্যা আছিল ২৮০০।

(৩) "আজাদ ব্ৰিগেড"— এই ব্ৰিগেডৰ নায়ক আছিল জেনেৰেল মোহন সিং। ২৮০০ সৈন্যৰে এই ব্ৰিগেড গঠিত হৈছিল।

ইয়াৰ বাহিৰেও তিনিশ বাহদুৰ দলৰ ফৌজ আছিল। সাতশ বে সামৰিক সাহায্যকাৰীও এওঁলোকৰ লগতে আছিল। কৰ্ণেল গুৰুবকসিং ধীলনৰ নেতৃত্বত তিনি হাজাৰ সৈন্য ৬ "নেহেৰু ব্ৰিগেড" আছিল এওঁলোকৰ পিচতে।

প্ৰথমে এই সিদ্ধান্ত হয় যে আজাদ হিন্দ ফৌজৰ সৈন্যসকল আৰু জাপানী ফৌজৰ সৈন্যসকল ব্ৰহ্মপুত্ৰ নদীৰ পাৰ পোৱাৰ লগে লগে শ্ৰীযুত সুভাষ চন্দ্ৰ বসুৱে তেওঁলোকৰ নেতৃত্ব কৰিব। জাপানী আৰু তেওঁলোকৰ লগৰীয়া ভাৰতীয় সৈন্যসকলৰ দৃঢ় বিশ্বাস আছিল যে তেওঁলোকে ইম্ফল দখল কৰিব পাৰিব। গান্ধী ব্ৰিগেডৰ সৈন্যসকলে যেতিয়া পেলেলৰ ওচৰত যুদ্ধ কৰিছিল তেতিয়া "নেহৰু ব্ৰিগেড" আৰু "আজাদ ব্ৰিগেডৰ সৈন্যবিলাকে তেওঁলোকৰ সাহায্যাৰ্থে যাবৰ সংকল্প কৰিছিল।

জানিব পৰা গৈছে আজাদ হিন্দ ফৌজৰ সৈন্যসকলৰ ভাৰতীয় সৈন্যৰ লগত যুঁজিবৰ ইচ্ছা নাছিল। শ্ৰীযুত সুভাষ বসুৱে জানিব পাৰিছিল যে ভাৰতীয় সৈন্যসকলে আজাদ হিন্দ ফৌজৰ লগত যুদ্ধ নকৰি তেওঁলোকৰ লগত যোগহে দিব।

আজাদ হিন্দ ফৌজৰ সৈন্য সকলে বিশেষ চাতুৰীৰ সৈতে অলক্ষিত ভাৱে অসম আৰু বঙ্গদেশ প্ৰবেশ কৰিবৰ চেষ্টা কৰিছিল। আজাদ হিন্দ ফৌজৰ এই সৈন্যসকলে সাধাৰণতে বৃটিছ ভাৰতীয় সৈন্যৰ সাজপাৰ পিন্ধিছিল। আজাদ হিন্দ ফৌজৰ সৈন্য সকলক মোটামুটি ভাৱে তলত লিখা দৰে ভগাব পৰা যায় :—

১ নং গৰিলা ৰেজিমেণ্ট (বসু ব্ৰিগেড)

২ নং (গান্ধী ব্ৰিগেড)

গান্ধী ব্ৰিগেডৰ সৈন্য সকল পালেল আৰু টা-

অঞ্চলত যুদ্ধাৰ্থে নিযোজিত হৈছিল। ১৯৪৪ চনৰ এপ্ৰিল মাহৰ প্ৰথম সপ্তাহত এই ব্ৰিগেডৰ সৈন্য সংখ্যা আছিল ১৭০০। কিন্তু মে' মাহত ইয়াৰ সংখ্যা কমি গৈ ১২০০ হয়গৈ।

বসু ব্ৰিগেডৰ এক বেটেলিয়ান সৈন্য কালাদান উপত্যকাত যুদ্ধত নিয়োজিত আছিল। আজাদ হিন্দ ফৌজ আৰু জাপানী সৈন্যৰ কেইটামান মিলিত দ'লে পশ্চিম আফ্ৰিকাৰ সৈন্যসকলৰ বিৰুদ্ধে যুদ্ধ কৰিছিল। পশ্চিম আফ্ৰিকাৰ সৈন্য বিলাকৰ লগত হতাহতি যুদ্ধৰ ফলত আজাদ হিন্দ ফৌজৰ বহুতো সৈন্য হ্ৰাস পায়। গান্ধী ব্ৰিগেডৰ পাঁচটা কোলানীয়ে আন অঞ্চলত যুদ্ধ চলাইছিল—ইয়াৰে প্ৰায় আটায়েই পালেল অঞ্চলত বৃটিছ সৈন্যৰ লগত যুজিছিল।

কহিমাৰ যুদ্ধত আজাদ হিন্দ ফৌজৰ কাপ্তান আজমিৰ সিংৰ নেতৃত্বত চাৰিটা প্ৰধান দলে যুদ্ধ চলাইছিল। তিনিটা দলক তেওঁলোকৰ অধিনায়কৰ নামৰ প্ৰথম আখৰটোৰ দ্বাৰা অভিহিত কৰা হৈছিল। চতুৰ্থ দলটোক "সংৰক্ষিত বাহিনী" বোলা হৈছিল।

এইবিলাক সৈন্যৰ বাহিৰেও কহিমা অঞ্চলত কিকাৰী এজেন্সীৰ লোক সকলো আছিল বুলি অনুমান কৰা হয়। এওঁলোকৰ কাম আছিল গুপ্তচৰ হিচাপে সংবাদ আহৰণ কৰা আৰু ইংৰাজৰ বিৰুদ্ধে যুদ্ধ কৰা।

ঝাঁসিৰ ৰাণী ব্ৰিগেডত প্ৰায় ১২০০ ভাৰতীয় মহিলা

আছিল। এইলোকসকলক ৰণ ক্ষেত্ৰৰ আগ ভাগত নিয়োজিত কৰা হৈছিল। এইলোকৰ কাম আছিল প্ৰচাৰ কাৰ্য্য চলোৱা আৰু আহত সৈন্য সকলৰ শুশ্ৰূষা কৰা।

সমৰ সঙ্গীত গাই গাই আজাদ হিন্দ ফৌজৰ সৈন্য সকলে বীৰদৰ্পে ভাৰত ভূমিত প্ৰবেশ কৰে—

"কদম্ কদম্ বঢ়ায়ে জা—
খুসীসে গীত গায়ে জা।
য়ে জীন্দগী কৌম্ কি—
(তো) কৌম্ পৈ লুটায়ে জা॥
তু শেৰ ঈ হিন্দ্ আগে বঢ়—
মৰণে সে ফিৰ ভি তু-ন-ডৰ্।
আসমান্ তক্ উঠাকে শিৰ্—
জোষে ৱতন্ বঢ়ায়ে জা॥
তেৰী হীম্মৎ বঢ়াতে ৰহে—
খোদা তেৰে সুনতা ৰহে।
জো সাম্নে তৈৰে চঢ়ে—
তো খাক্সে মিলায়ে যা—
'চল্লো দিল্লী' পুকাৰ্কে—
কৌমী নিচান্ সম্ভালকে।
'লাল কিল্লে' পৈ গাড়্কে—
লাড়ায়ে জা—লাড়ায়ে জা॥
"জয় হিন্দ্" ॥

জাপানী সৈন্যসকলে কোহিমাকে আদি কৰি কেইঠাইমান ঠাই দখল কৰি ইম্ফলত উপনীত হয় আৰু ইয়াকো অৱৰোধ কৰে। এই যুদ্ধত কোনো ৰকমৰ বিমান সাহায্য দিয়া সম্ভৱ হোৱা নাছিল। বাৰিষাৰ কাৰণে সৰবৰাহৰ পথো বিচ্ছিন্ন হৈ পৰিছিল। ইয়াৰ পিচতে আজাদ হিন্দ ফৌজে আত্মৰক্ষামূলক যুদ্ধত লিপ্ত থাকিব লগীয়াত পৰল।

১৯৪৫ চনৰ আগষ্ট মাহত চাৰিটা কাৰণত যুদ্ধৰ অৱস্থা সঙ্গীন হয়। প্ৰথম— ৰচদ সৰবৰাহৰ পথ বিছিন্ন হোৱা। দ্বিতীয়তে পৰ্ব্বতীয়া বৰষুণ। তৃতীয়তে মেলেৰিয়া আদি বেমাৰত সৈন্যসকলৰ অসুস্থতা আৰু চতুৰ্থতে আজাদ হিন্দ ফৌজৰ সৈন্যসকলৰ ওপৰত বৃটিছৰ হাজাৰ হাজাৰ টন ব'মা বৰ্ষণ। ইমান বিপৰ্য্যয়ৰ ভিতৰতো সৈন্যসকলৰ মনোবলৰ হ্ৰাস হোৱা নাছিল। সেই বছৰৰ ৩১ জুলাইৰ পৰা ২০ আগষ্টৰ ভিতৰত মুঠেই ২৮ জনে আত্মসমৰ্পন কৰে আৰু ৭২ জন বন্দী হয়। বৃটিছৰ হাতত "ফিক্তিসব" পতন হোৱাৰ লগে লগে পৰিস্কাৰ ভাৱে বুজা গ'ল যে জাপানী বিলাকে বৃটিছৰ অগ্ৰগতি বোধ-কৰিব নোৱাৰে। তেতিয়াই ৰেঙ্গুন পৰিত্যাগৰ পৰিকল্পনা কৰা হল

১৯৪৪ চনৰ ২৩ এপ্ৰিল তাৰিখে জাপানী প্ৰধান সেনাপতি আৰু বৰ্ম্মা গৱৰ্ণমেণ্টে ৰেঙ্গুন পৰিত্যাগ কৰিলে। তেওঁলোকৰ লগতে একেলগে ৰেঙ্গুন পৰিত্যাগ কৰিবলৈ স্বাধীন ভাৰতৰ অস্থায়ী গৱৰ্ণমেণ্টে অস্বীকাৰ কৰিছিল।

যেওঁলোকে ২৪ এপ্ৰিলৰ দিনাহে ৰেঙ্গুন পৰিত্যাগ কৰি আহে। কিন্তু তথাপিও ভাৰতীয় সকলৰ ধন-প্ৰাণ ৰক্ষা কৰিবৰ কাৰণে—মেজৰ জেনেৰেল লোকনাথৰ অধিনায়কত্বত ছয় হাজাৰ আজদ হিন্দ ফৌজৰ সৈন্য আৰু সভ্যৰ সঃ সভাপতি শ্ৰীযুত জে, এন, ভাদুৰীক ওপৰত সজ্যৰ সকলো দায়িত্ব দিহে অহা হৈছিল।

সৰ্ব্বাধিনায়ক শ্ৰীযুত সুভাষ চন্দ্ৰ বসুৱে ৰেঙ্গুন ত্যাগ কৰাৰ আগতে আজাদ হিন্দ ফৌজৰ আফচাৰ আৰু সৈন্য সকলক তলত দিয়া হিচাপে নিৰ্দ্দেশ দি আহে—

"১৯৪৪ চনৰ ফেব্ৰুৱাৰী মাহৰ পৰা আজিলৈকে আপোনালোকে যি ঠাইত বীৰোচিত সংগ্ৰাম চলাই আহিছে আৰু চলাই আছে সেই ব্ৰহ্মদেশ আজি মইগভীৰ দুখেৰেহে এৰি যাবলৈ ললাইছোঁ। ইম্ফল আৰু ব্ৰহ্মদেশত আমাৰ স্বাধীনতা সংগ্ৰামৰ প্ৰথম চেষ্টা ব্যৰ্থ হ'ছে। কিন্তু এইয়া প্ৰথম চেষ্টাহে। আমি আৰু বহুত বাৰেই চেষ্টা কৰিব লাগিব। মই অতি আশাবাদী। কোনো অৱস্থাতেই মই পৰাজয় স্বীকাৰ নকৰো। ইম্ফলৰ সমতলভূমিত, আৰাকাণৰ অৰণ্য অঞ্চলত আৰু ব্ৰহ্মদেশৰ তেলখনি আৰু অইন অঞ্চলত শত্ৰুৰ বিৰুদ্ধে চলোৱা আমাৰ স্বাধীনতা সংগ্ৰামৰ কাহিনী ইতিহাসৰ পাতত চিৰকালেই লিখা থাকিব।

"ইনক্লাব জিন্দাবাদ"

আজাদ হিন্দ জিন্দাবাদ

জয়হিন্দ :—

স্বাঃ সুভাষ চন্দ্ৰ বসু।

আজাদ হিন্দ্ ফৌজৰ সৰ্ব্বাধিনায়ক।"

ভাৰতৰ পৰাধীনতাৰ শৃঙ্খল ছিণ্ডি পেলাবলৈ ভাৰতৰ বাহিৰত হোৱা এই আজাদ হিন্দ ফৌজৰ কীৰ্ত্তিকলাপ আৰু ভিতৰত হোৱা অহিংস যুদ্ধ ভাৰত বুৰঞ্জীৰ সোণালী অধ্যায়। অসমৰ গৌৰৱ এয়ে যে অসম ইয়াত পিচপৰা নাছিল। স্বাধীনতা প্ৰেমী অসম কোনো জাতীয় যুদ্ধত পিছ পৰিব নোৱাৰে। ভাৰতৰ লগত অসমৰ ঐতিহ্যপূৰ্ণ অচ্ছেদ্য সম্বন্ধ সদায় অটুট থাকিব আৰু যেতিয়াই কোনো আন্দোলনৰ শিঙা বাজি উঠিব— অসমে তাত আগ ভাগ লবলৈ ওলাই আহিব।

তথাকথিত লেবেলা-সোৰোপা অসমীয়া ডেকা-গাভৰুৱেও আৱশ্যক মতে দেশৰ হকে মৰিব জানে——'৪২ৰ গণবিপ্লৱে তাকেই দেখুৱালে। আৰু দেখুৱালে মানুহৰ চকুত নপৰা পাঁৰৰ চুকত থকা ৭০ বছৰীয়া নিৰক্ষৰী বুঢ়ীৰ গাতো দেশ প্ৰেমৰ সঞ্জীৱনী শক্তিয়ে বল পায়, যাৰ পৰাক্ৰমী পৃথিৱী-বিজয়ী শক্তিকো একেবাৰে হলেও স্তম্ভিত কৰিছিল।

'৪২এর বিপ্লবের জৌ

আমাদের এই শক্তি চিরন্তন হউক। স্বাধীন ভারতে মানবীয় সাম্য প্রতিষ্ঠা হউক।

ইনকিলাব্ জিন্দাবাদ।

জয় হিন্দ্

বন্দে মাতরম্